**HEM BARUA**

A short biography of Late Hem Barua, by Prof. Nanda Talukdar, and published by Nripendranarayan Dutta Barua, Lawyer's Book Stall, Gauhati.
October, 1978.

**Price Rs. 12·00 only**

---

প্ৰকাশক : শ্ৰীনৃপেন্দ্ৰনাৰায়ণ দত্তবৰুৱা, লয়াৰ্চ বুক ষ্টল, গুৱাহাটী

প্ৰথম প্ৰকাশ : অক্টোবৰ, ১৯৭৮

প্ৰচ্ছদপট : সুৰেশ শৰ্মা

মুদ্ৰাণত : শ্ৰীবীণা দত্তবৰুৱা
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
জি এন বৰদলৈ ৰোড, আমবাৰী
গুৱাহাটী-৭৮১ ০০১

---

মূল্য : বাৰ টকা মাত্ৰ

# নিবেদন

অসম সাহিত্য সভাৰ উনচত্বাৰিংশত ধুবুৰী অধিবেশনৰ (১৯৭১ খৃঃ) হেম বৰুৱা সভাপতি নিৰ্বাচিত হোৱাত আমি প্ৰথমতে 'হেম বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভা' শীৰ্ষক জীৱনী এখন লিখিছিলোঁ। এবছৰ নৌহওঁতেই জীৱনী খন শেষ হৈছিল।

হেম বৰুৱাৰ বিয়োগৰ পিছত আমি নকৈ 'হেম বৰুৱা - পাঠক সমাজলৈ আগবঢালোঁ। নতুন জীৱনীখন পূৰ্বৰ জীৱনীখনৰ ওপৰত ভেটি কৰি ৰচনা কৰা হৈছে।

হেম বৰুৱাৰ লগত বাহ্যিক দৃষ্টিত আমাৰ সম্পৰ্ক শিক্ষক ছাত্ৰ অৰ্থাৎ গুৰু শিষ্যৰ। কিন্তু হেম বৰুৱাৰ লগত আমাৰ প্ৰকৃত সম্বন্ধ 'অত্যাচাৰী আৰু নিপীড়িতৰ'। তেওঁ লিখিছিল আমাৰ অত্যাচাৰতে হেনো তেওঁৰ ভালেমান ৰচনা গ্ৰন্থ ৰূপত প্ৰকাশ পাইছিল। সেয়ে যদি হয় তেনে 'অত্যাচাৰী'ৰ অপযশৰ ভাৰ বহলৈ কুণ্ঠাবোধ নকৰোঁ।

তেওঁৰ লগত আমাৰ সম্পৰ্ক সুদীৰ্ঘ বাইশ বছৰৰ। আমি এই-জনা মহান ব্যক্তিক নিচেই ওচৰৰ পৰা চোৱাৰ আৰু নিবিড়ভাৱে সান্নিধ্য লাভৰ সুযোগ পাইছিলোঁ। নিশাৰ নিৰ্জনতাত ১১।১২ বজালৈকে চেনিকুঠি, উজান বজাৰৰ আলিবাটত ফুৰি ফুৰি অকলে তেওঁৰ নিজ মুখৰপৰা বহু কথা, বহু কাহিনী শুনাৰ সৌভাগ্য ঘটিছিল। নিজৰ মুখৰ পৰা শুনা সকলো কথা প্ৰকাশ কৰা সম্ভৱ নহয়। প্ৰকাশ কৰিব পৰা বহুতো তথ্য, কাহিনী আকৌ লিখাৰ সময়ত মনলৈ নাহে।

হেম বৰুৱাৰ দৰে এগৰাকী বিশাল প্ৰতিভাশালী পুৰুষৰ জীৱনৰ বিভিন্ন দিশৰ প্ৰতিচ্ছবি দাঙি ধৰাটো আমাৰ বাবে সম্ভৱ নহয়। পুথি খনিৰ মাজেৰে যদি হেম বৰুৱাৰ বিশাল প্ৰতিভাৰ অকণমানো প্ৰকাশ কৰিব পাৰিছোঁ, তেন্তে সেই মহত্ত্ব হেম বৰুৱাৰ। নিজৰ অজ্ঞতাৰ বাবে তেওঁৰ চৰিত্ৰ, ব্যক্তিত্ব আৰু মহত্বৰ যিখিনি কথা দাঙি ধৰিব পৰা নাই সেই অক্ষমতা আমাৰ। নিজৰ অক্ষমতাৰ বাবে স্বৰ্গগতজনাৰ অমৰ আত্মা,

পৰিয়ালবৰ্গ আৰু সহৃদয় পঢ়ুৱৈ সমাজৰ ওচৰত আমি ক্ষমা বিচাৰিছোঁ হেম বৰুৱাৰ জীৱনীয়ে যদি উত্তৰ সাধকসকলক অকণমানো অনুপ্ৰেৰণা যোগাব পাৰে তেতিয়া হলে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিব পাৰিম।

জীৱনীখন ৰচনাত আমাক সকলো প্ৰকাৰে সহায় কৰিছে অনু বৰুৱাই। পাণ্ডুলিপিখনো এবাৰ চকু ফুৰাই দি বাইদেৱে আমাক উপ-কৃত কৰিছে। টুমন বৰুৱা আৰু অঞ্জন বৰুৱাই সকলো তথ্যপাতি যুগুতাই দিছে। জীতেন্দ্ৰ কুমাৰ বৰুৱা, অধ্যাপক প্ৰফুল্ল কুমাৰ বৰুৱা, আইভি বৰুৱা, ভানুমতী বৰুৱা, অনিমা বৰুৱা, তুলতুল বৰুৱা, মাকণ বাইদেউ, খগেন্দ্ৰ নাথ চাংকাকতীয়ে নানান তথ্যপাতিৰে সহায় কৰিছে।

হেম বৰুৱাৰ পূৰ্ব পুৰুষৰ উওৰ গুৱাহাটীত বাস কৰা কালছোৱাৰ কথা শ্ৰদ্ধেয়া নলিনীবালা দেবীৰ মুখৰপৰা সংগ্ৰহ কৰা। শ্ৰদ্ধেয়া আইতা আজি ইহলোকত নাই। হেম বৰুৱাৰ বংশাৱলী সম্পৰ্কে সাহায্য লাভ কৰিছোঁ গোলকেশ্বৰ বৰুৱাৰ পৰা।

অসমৰ বামপন্থী ৰাজনীতিৰ কথা আৰু বামপন্থী ৰাজনীতিত হেম বৰুৱাৰ অৱদানৰ বিষয়ে সৰু বৰ নানান কথাৰ সম্ভেদ লাভ কৰিছোঁ সুবোধ হাজৰিকা, লক্ষ্যধৰ চৌধুৰী, বিশ্ব গোস্বামী, গোলাপ বৰবৰাৰ পৰা। প্ৰফুল্লচন্দ্ৰ বৰুৱা তেওঁৰ ব্ৰহ্মদেশ ভ্ৰমণৰ সহযাত্ৰী। ব্ৰহ্মদেশ ভ্ৰমণৰ সম্ভেদ তেওঁৰ পৰাই লাভ কৰিছোঁ। চন্দ্ৰধৰ গোস্বামী, পৱনাথ শৰ্মা, ৰাজেন্দ্ৰনাথ হাজৰিকা, ত্ৰৈলোক্যনাথ শৰ্মা আৰু অনিল কুমাৰ শৰ্মাই আগ বয়সৰ ভালেমান কথাৰ সন্ধান দিছে।

মুনীন বৰকটকী, স্বৰ্গীয় দুলালচন্দ্ৰ ভূঞা, অধ্যাপক ৰায়হান শাহ, ডক্টৰ মহেশ্বৰ নেওগ, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, নৰেন্দ্ৰ নাথ শৰ্মা, ঘনকান্ত লস্কৰ, মুৰাৰিচৰণ দাস প্ৰভৃতি বিশিষ্ট ব্যক্তিসকল কোনোজন তেওঁৰ সহপাঠী, কোনোজন তেওঁৰ সহকৰ্মী, কোনোজন একেলগে বাস কৰা মেচবাসী আৰু কোনোজন সমসাময়িক কালছোৱাৰ ছাত্ৰ। উক্ত বিশিষ্ট ব্যক্তিসকলৰ পৰা হেম বৰুৱাৰ ছাত্ৰ জীৱন, কৰ্ম জীৱন আৰু ৰাজহুৱা জীৱনৰ বহুতো সম্ভেদ লাভ কৰিছোঁ।

তিলক হাজৰিকা, অধ্যাপক পৰমেশ্বৰ শৰ্মা, ডক্টৰ প্ৰমোদচন্দ্ৰ ভটা-চাৰ্য, অধ্যাপক দুলালচন্দ্ৰ বৰঠাকুৰ, ডক্টৰ মহেন্দ্ৰ বৰা, ফণী তালুকদাৰ, ৰাজ্যমল্ল ডেকা, মুনীন মহন্ত, অধ্যক্ষা নীলিমা দাস, ৰাম গোস্বামী, নেকিব আহম্মদ, ৰমা বেজবৰুৱা, নৰেন্দ্ৰ নাথ ডেকা, অধ্যাপক প্ৰবীণ চন্দ্ৰ দাস, নৃপেন্দ্ৰনাৰায়ণ দত্তবৰুৱা, ৰমা দত্ত আৰু ইন্দিৰা তালুকদাৰৰ পৰা নানান দিশৰ সৰু বৰ কথাৰ সম্ভেদ লাভ কৰিছোঁ।

সংসদী সদস্য থকা কাল ছোৱাত সুদীৰ্ঘ চৈধ্য বছৰ কাল একেখন ঘৰৰ দৰে একেলগে চেনিবুঠিৰ ঘৰখনত বাস কৰা অধ্যাপক যোগেশ দাস, কনকলতা দাস, আৰু অধ্যাপিকা কল্পনা দাসে হেম বৰুৱাৰ ঘৰুৱা জীৱন আৰু ব্যক্তিত্বৰ সম্ভেদ দিছিলে।

হেম বৰুৱা জনতাৰ মানুহ। তেওঁৰ জীৱনী ৰচনাত লাভ কৰা আৰু বহুজনৰ সহায় সহযোগৰ কথা অস্বীকাৰ কৰিব নোৱাৰোঁ। সময়মতে মনত নপৰাত সকলোবোৰৰে নাম উল্লেখ কৰিব পৰা নগ'ল।

সকলোটিৰে ওচৰত আমি কৃতজ্ঞ।

পুথিখনি ছপাৰ দায়িত্ব আগ্ৰহেৰে মূৰ পাতি লোৱা বাবে লয়াছ'বুক ষ্টলৰ খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা, বীণা দত্তবৰুৱাক আন্তৰিক শলাগ জনালোঁ। অতি কম সময়ৰ ভিতৰতে জীৱনীখন ছপাই দিয়াৰ বাবে বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছৰ কৰ্মীবৃন্দক শলাগ জনালোঁ।

১ নবেম্বৰ, ১৯৭৭
আমাৰ ঘৰ
গুৱাহাটী-৭৮১ ০০৩

নন্দ তালুকদাৰ

# সূচী

# হেম বৰুৱা ১

মুখত এমোকোৰা তামোল লৈ আঁঠুলৈকে বৈ পৰা দীঘল পাঞ্জাবী আৰু দগধা খদ্দৰৰ ধুতি পিন্ধি চেণ্ডেল চোচোৰাই চোচোৰাই 'কি খবৰ—ভালে আছে' বুলি যাকে তাকে আলিবাটত মাত লগাই ফুৰা হেম বৰুৱাৰ এসময়ৰ ছবিখন চিৰ পৰিচিত ছবি। যোৱা চাৰি বছৰ ধৰি হেম বৰুৱাক কোনোৱে তেনে ৰূপত দেখা নাছিল।

বহু সময়ত কথা শুনি শুনি উঠিব খুজিলেই আৰু পাঁচ মিনিট বহা বুলি শেষ নোহোৱা আৰু ভালেখিনি সময় বহুৱাই ৰখা, নাইবা কথাবাৰি শেষ কৰি তামোলৰ পিক পেলাবলৈ গলে সেই সময়তে উঠিব পাৰে বুলি বাক্যবাৰি শেষ নকৰাকৈ পিক পেলাই আহি চাধা অকণ মুখত লৈ আঙুলিৰ মাজত চাধাৰ ঠাৰিডাল ধৰি পুনৰ কিছুসময় বহুৱাই সংসদৰ নাইবা দেশ ভ্ৰমণৰ নানান ৰস লগা কথা শুনোৱা হেম বৰুৱা শেষ জীৱনত হৈ পৰিছিল বাক শক্তি ৰুদ্ধ ছবিৰ।

এদিন হেম বৰুৱাৰ ভাষণে বৰদলৈ হ'লৰপৰা সংসদ ভৱনলৈ কঁপাই তুলিছিল। জনাকীৰ্ণ সভাত সকলোৱে উৎকণ্ঠা আৰু আগ্ৰহেৰে বৈ থাকে হেম বৰুৱাৰ ভাষণ শুনিবলৈ।

হেম বৰুৱা একেবাৰে সাহিত্যিক, শিক্ষাবিদ আৰু ৰাজনীতি-বিদ। অধ্যাপক, উপাধ্যক্ষ আৰু অধ্যক্ষ স্বৰূপে শিক্ষাদান কৰাৰ কৰ্মক্ষেত্ৰ সন্দিকৈ ছোৱালী কলেজ, জগন্নাথ বৰুৱা কলেজ আৰু বি. বৰুৱা কলেজ।

অসমীয়া সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিবলৈ ইংৰাজী আৰু অসমীয়া ভাষাত বিধে বিধে কবিতা, ভ্ৰমণ কাহিনী, আলোচনাৰ গ্ৰন্থ ৰচনা কৰা এইজন সাহিত্যিকৰ ৰচনাৰ সংখ্যা ভেৰ কুৰিখন।

স্কুলীয়া ছাত্ৰাৱস্থাতে জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰি বিয়াল্লিছৰ বিপ্লৱত কাৰাগাৰৰ চাৰি বেৰৰ মাজত আৱদ্ধ হৈ স্বাধীনতা লাভৰ পিছত সমাজবাদী আন্দোলনত জপিয়াই পৰি সংসদী ৰাজনীতিতো সমাজবাদী নেতা স্বৰূপে স্বীকৃতি লাভ কৰা একমাত্ৰ অসমীয়া ৰাজনীতিবিদ হেম বৰুৱা। ৰাজনীতিৰ পাশা খেলত জয়-পৰাজয় হলেই লুটি বাগৰ দি সুবিধাভোগ কৰিব বিচৰা বিধৰ ৰাজনৈতিক নেতা হেম বৰুৱা নাছিল। সেয়েহে ভাৰতীয় ৰাজ-নীতিত হেম বৰুৱাৰ স্থান আছিল আগশাৰীত। জীৱনৰ বিভিন্ন ভূমিকাত জয়-পৰাজয় বৰণ কৰা সৰ্বজন প্ৰিয় নেতা হেম বৰুৱা মানুহ হিচাপে সহজ-সৰল, অনাড়ম্বৰ, ৰসিক আৰু অমায়িক। কৰ্মময় জীৱনতো জাপ জাপ কিতাপ পঢ়ি পাণ্ডিত্যৰে ভাৰাক্ৰান্ত হ'লেও সৰ্বসাধাৰণৰ লগত কথা পাতোতে হেম বৰুৱা এজন সহজ-সৰল সাধাৰণ ব্যক্তি।

ইউৰোপ, আমেৰিকা, ৰুচদেশ, দক্ষিণ পূৱ এচিয়া আদি বিশ্বৰ ভালেকেইখন দেশত শিক্ষাবিদ, ৰাজনীতিবিদ হিচাপে ভ্ৰমণ কৰি নানান অভিজ্ঞতা সঞ্চয় কৰিলেও হেম বৰুৱা এজন অনাড়ম্বৰ ব্যক্তি। সংসদৰ মজিয়াত তেওঁ অকল অসমৰ কথাৰেই যে সংসদৰ দৃষ্টি আকৰ্ষণ কৰিছিল এনে নহয়, সমগ্ৰ ভাৰতবৰ্ষ আৰু বিশ্বৰ যি কোনো গুৰুত্বপূৰ্ণ সমস্যাতে সক্ৰিয় অংশ গ্ৰহণ কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল।

'পছোৱা' আলোচনী সম্পাদনাৰে সাংবাদিক জীৱনৰ সূচনা কৰা বৰুৱা ডাঙৰীয়াই জীৱনৰ ভাটি বয়সত 'আসাম এক্সপ্ৰেছ' নামৰ ইংৰাজী দৈনিক কাকত এখন সম্পাদনাৰে পুনৰ সাংবাদিক জীৱনৰ আৰম্ভ কৰিছিল। পৰম নিষ্ঠা, গভীৰ আস্থা আৰু ঐকান্তিকতাৰে ভাষা জননী আৰু দেশ মাতৃকাৰ সেৱা কৰি থকা হেম বৰুৱা অসম সাহিত্য সভাৰ ঊনচত্বাবিংশত ধুবুৰী অধিবেশনৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল।

ৰূপত কাৰ্তিক নহ'লেও সাধাৰণ বেশ-ভূষাৰে হেম বৰুৱা এজন সভ্য গুৱনি পুৰুষ। বিৰল সৰলতাই তেওঁক কৰিছিল স্বভাৱ সুন্দৰী ৰমনীৰ দৰে নিৰলঙ্কাৰ। এই গৰাকী সিংহ পুৰুষ, বচনে গুৱনি হেম বৰুৱা শেষ জীৱনত হ'ল বাক শক্তি ৰুদ্ধ, অলৰ অচৰ স্থবিৰ।.

এইজনা মানব দৰদী, নিস্বাৰ্থ দেশ প্ৰেমিক, ক্ষমতা আৰু লোভৰ উৰ্দ্ধত থকা হেম বৰুৱাৰ ৰাজনৈতিক সত্তা আছিল শিবৰ ভূষণ। সেই জনা অসম গৌৰৱ হেম বৰুৱাৰ কেতিয়াও মৃত্যু হ'ব নোৱাৰে।

'A true literateur can not die'.

# বংশ পৰিচয় ২

হেম বৰুৱাৰ জন্ম ভঁৰালী বৰুৱাৰ বংশত। তেওঁৰ পূৰ্ব পুৰুষ ভঁৰালী বৰুৱাৰ স্থান উত্তৰ গুৱাহাটীৰ মধ্যম খণ্ড। তেওঁলোকৰ বংশৰ আদি পুৰুষ গদাধৰ উপাধ্যায়। গদাধৰ উপাধ্যায় অনুমান পঞ্চদশ শতিকাৰ শেষ ভাগ আৰু ষোড়শ শতিকাৰ আগ ভাগৰ। তেওঁৰ পুত্ৰ চক্ৰধৰ কাঠবৰুৱা। চক্ৰধৰ কাঠবৰুৱাৰ দুজন পুত্ৰ—অৰুণ চাংকাকতী আৰু জগন্নাথ বৰকাকতী।

জগন্নাথ বৰকাকতীৰ পুত্ৰ কলাই বৰকাকতী। এওঁৱেই ভঁৰালী বৰুৱা খিতাপ লাভ কৰিছিল। কলাই বৰকাকতী ভঁৰালী বৰুৱাৰ পুত্ৰ তিনিজন—ভগীৰাম বৰুৱা, শ্ৰীৰাম চাংকাকতী আৰু আত্মাৰাম চাংকাকতী। শ্ৰীৰাম চাংকাকতী আছিল বৰভাণ্ডাৰ বৰুৱা। শ্ৰীৰাম চাংকাকতী বৰভাণ্ডাৰ বৰুৱাৰ পুত্ৰ তিনিজন—নাৰায়ণ, নিধিকাৰ আৰু কৃষ্ণৰাম বৰভাণ্ডাৰ বৰুৱা।

কৃষ্ণৰাম বৰভাণ্ডাৰ বৰুৱা ইংৰাজ আমোলৰ এজন প্ৰবল প্ৰতাপী লোক আছিল। তেওঁ চিৰস্তাদাৰ, কমিচনাৰ কাৰ্যালয়ৰ চুপাৰিণ্টেণ্ডেণ্ট আদি পদ লাভ কৰিছিল।[১] তেওঁৰ পুত্ৰ দুজন—ঈশৰাম আৰু বিজয়ৰাম শৰ্মা বৰুৱা। তেওঁলোক উত্তৰ গুৱাহাটীতে বসবাস কৰিছিল। বিজয় ৰামৰ দুজন পুত্ৰ—ভোলাৰাম আৰু ধিনন্দীৰাম শৰ্মা বৰুৱা।

১। 'আৰু কৃষ্ণ ৰাম বৰুৱা কমিচনাৰিত ১৫ টাকাত পঞ্চায়ত আছিল। তাৰে পৰা আহি ডালটন চাহেবৰ আমোলে ফৌজদাৰীৰ চেৰস্তাদাৰ ৬০ টাকাত মকৰল হয়।' সদৰামীনৰ আত্মজীৱনী—হৰকান্ত শৰ্মা মজুমদাৰ বৰুৱা। সম্পাদক—কুমুদচন্দ্ৰ বৰদলৈ ১৯৬০, পৃ. ৪০

কৃষ্ণৰাম বৰভাণ্ডাৰ বৰুৱা প্ৰবল প্ৰতাপী আৰু আঢ্যৱন্ত লোক। তেওঁৰ পছলীত দুটা হাতী বন্ধা থাকে। তেওঁৰ প্ৰতিপত্তি সম্পৰ্কে এনেকুৱা কথাই আছিল—

'কিহৰ জগৰত মৰোঁ।
ভঁৰালী বৰুৱাৰ পছলী সোমাই
আধলি পাঁচোটা ভৰোঁ।'

—অৰ্থাৎ বিনানুমতিত তেওঁৰ চৌহদত সোমালেই আধলি পাঁচোটা জৰিমনা ভৰিব লাগে।

তেওঁৰ ককায়েকৰ কন্যা পদ্মাৱতী মাধৱ চন্দ্ৰ বৰদলৈৰ মাতৃ অৰ্থাৎ কল্পনাথ বৰদলৈৰ প্ৰথমা পত্নী।

কিন্তু মানুহৰ অৱস্থা চিৰকাল সমানে নাযায়। তেওঁৰ উত্তৰ সাধকসকলৰ দিনত এই জয়-জয় ময়-ময় অৱস্থা আৰু নাথাকিল।

ভোলাৰাম আৰু বিনন্দীৰামৰ সৰু কালছোৱা আছিল বৰ দুখজনক। বিনন্দীৰাম শৰ্মা বৰুৱা সৰুৰেপৰা চোকা বুদ্ধিৰ ল'ৰা। সেই সময়ত উত্তৰ গুৱাহাটীত ইংৰাজী শিক্ষাৰ ব্যৱস্থা নথকাত সৰহ ভাগ ছাত্ৰই গুৱাহাটীলৈ অহা-যোৱা কৰি স্কুল-কলেজত পঢ়িছিল। বিনন্দীৰামেও ইপাৰলৈ অহা-যোৱা কৰি কলেজিয়েট স্কুলত পঢ়িছিল। তেওঁৰ পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ আছিল যদিও ঘৰৰ অৱস্থা ভাল নহয়। পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ দেখি কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে তেওঁক অহা-যোৱা কৰিবলৈ জাহাজৰ ভাড়া ফেৰা মাফ কৰি দিছিল।

পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ থকা সত্বেও বিনন্দী ৰাম শৰ্মা বৰুৱাই সপ্তম মান শ্ৰেণীৰ ওপৰলৈ আৰু উঠাৰ নোৱাৰিলে। সপ্তম মান শ্ৰেণীত পঢ়ি থাকোতেই অগা-পিচাকৈ মাক আৰু দেউতাকৰ মৃত্যু হয়। মাক-দেউতাকৰ মৃত্যুত ল'ৰা দুটিৰ মূৰত আকাশী সৰগ পৰিল।

উপায়হীন হৈ অনাথ ল'ৰা ছুটিয়ে উত্তৰ গুৱাহাটীৰে ললিত চন্দ্ৰ বৰদলৈৰ ঘৰত আশ্ৰয় লবলগীয়া হৈছিল। পেটৰ ভাত মুঠিৰ বিনিময়ত ভাত ৰান্ধি, খৰি ফালি, ঘৰৰ যাৱতীয় বন-বাৰী কৰি দিবলগীয়া হৈছিল। পঢ়িবৰ ইচ্ছা থকা সত্বেও পঢ়িবলৈ সময় নাপাইছিল। ইপিনে পৰৰ ঘৰত কাম-বন কৰি পৰৰ অন্নৰ দ্বাৰা প্ৰতিপালিত হব লগাটো দুখৰ কথা। এনে অৱস্থাত সবহ দিন নাথাকি এদিন অনিশ্চিত মন এটা লৈ বিনন্দী ৰাম ঘৰৰপৰা ওলাল। ওলাল যদিও কোনো নিৰ্দিষ্ট লক্ষ্যও নাই। জাহাজ ঘাটলৈ আহি ভাগ্য অন্বেষণৰ বাবে উজনিমুৱা জাহাজত উঠিল। উঠিল হয়, জেপত ধন বুলিবলৈ মাত্ৰ চাবি অনা সম্বল। পিতৃ-মাতৃ অবিহনে যে সন্তানৰ কি এক দুৰৱস্থা হয় তাক তেওঁ ভালদৰে বুজি পালে।

জাহাজত বিনা পইচাৰে যোৱাটো এক সমস্যা। হাতত টিকট নাই, জেপত পইচা নাই। টিকট পৰিদৰ্শকজন অহা যেন দেখিলেই সেয়েহে পায়খানাত সোমাবলগীয়া হয়। এনেভাৱে এক ভীতি-বিহ্বল অৱস্থাৰে তেওঁ তেজপুৰ পালেহি। তেজপুৰৰ পৰা আৰু আগ নাবাঢ়িল। তেজপুৰতে জাহাজৰপৰা নামিল।

ঘৰৰপৰা ওলাই আহিল হয়। এতিয়া চিন্তা হ'ল পেটৰ ভাত মুঠিৰ। এক অনিশ্চিত ভৱিষ্যত। অৱশ্যে তেজপুৰত তেওঁ বৰ বেচি চিন্তা কৰিবলগীয়া নহ'ল। তেজপুৰতে এটি ডাক পিয়নৰ চাকৰি পালে। এইটোৱে তেওঁৰ প্ৰথম জীৱিকা নিৰ্বাহৰ পথ।

ডাক পিয়ন স্বৰূপে তেওঁ তেজপুৰ জাহাজ ঘাটৰপৰা তেজপুৰ বালিপাৰা ৰেল ষ্টেচনলৈ ডাক অনা-নিয়া কৰিব লাগিছিল। কিছুদিন ডাক পিয়নৰ চাকৰি কৰাৰ পিছত জাহাজ ঘাটৰ টিকট ক্লাৰ্ক হয়হি। সেই সময়ত ব্ৰহ্মপুত্ৰৰ বুকুত আই, জি, এন আৰু আৰ, এছ, এন (Indian General Navigation and River Steem Navigation Company) কোম্পানীৰ জাহাজ চলিছিল।

কেইবছৰমান কাম কৰাৰ পিছত উক্ত কোম্পানীৰ অধীনতে তেওঁ জাহাজ ঘাটৰ চাৰ এজেণ্ট নিযুক্ত হয়। তেজপুৰ, বিশ্বনাথ ঘাট, বিহালি আৰু গমিৰি ঘাটত তেওঁ চাৰ এজেণ্ট স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

গমিৰি ঘাটৰ আশে-পাশে সেই সময়ত ১২।১৩ খন চাহ বাগিছা। প্ৰতিখন চাহ বাগিছাৰে ভালেমান বস্তু জাহাজ ঘাটেৰে অনা-নিয়া কৰে। বিনন্দীৰাম শৰ্মা বৰুৱাৰ প্ৰায়বোৰ চাহ বাগিছাৰ মেনেজাৰ আৰু মালিকৰ লগত চা-চিনাকি হৈছিল। তেওঁ মেনেজাৰ আৰু মালিকসকলক লগ ধৰি বাগিছাবোৰৰ মধ্যস্থ ব্যক্তি ( Forwarding Agent ) হয়। তেতিয়াৰপৰা বাগিছাৰ মালিক আৰু মেনেজাৰবোৰে তেওঁলোকৰ জাহাজেৰে আনিব লগা আৰু পঠাব লগা বস্তুবোৰ নিজে অনা-নিয়া নকৰি ফৰৱাৰ্ডিং এজেণ্ট বিনন্দীৰাম শৰ্মা বৰুৱাৰ জৰিয়তে অনা-নিয়া কৰিবলৈ স্থিৰ কৰিলে। ফৰৱাৰ্ডিং এজেণ্ট নিযুক্ত কৰা ব'বে বাগিছাবোৰে তেওঁক মাহিলী হিচাপত কিছু টকা দিছিল। প্ৰথমতে এনেদৰে তেওঁৰ ১২০ টকা মান হৈছিল গৈ। ১৯৫৬ খৃঃ লৈকে তেওঁ ফৰৱাৰ্ডিং এজেণ্ট স্বৰূপে কাম কৰিছিল। তেওঁৰ পঢ়া-শলীয়া শিক্ষা সপ্তম মান শ্ৰেণীলৈকে যদিও ইংৰাজীৰ ভাল জ্ঞান আছিল।

তেজপুৰত কিছুদিন থকাৰ পিছত তেওঁ গমিৰিত নৈৰ পাৰতে স্থায়ীভাৱে ঘৰ-বাৰী কৰি বাস কৰিছিল। গমিৰিৰ ঘৰ নামতহে স্থায়ী, আচলতে স্থায়ীভাৱে অস্থায়ী। নৈৰ পাৰৰ ঘৰ, মাজে মাজে ঘৰ-মাটি ব্ৰহ্মপুত্ৰৰ গৰা খহনীয়াত জাহ যায়। টালি-টোপোলা বান্ধি অলপ নিম্নগত এখন ঘৰ সাজি লয়। কেতিয়াবা নৈৰ গৰা খহনীয়া আৰম্ভ হলে নিজেই আগধৰি আঁতৰি যায়। ঘৰো খেৰ-বাঁহৰ ঘৰহে।

বিবাহ

বিনন্দীৰামৰ পত্নী পদ্মলোচনী দেৱী শিৱসাগৰৰ বংশীধৰ মজিন্দাৰ বৰুৱাৰ কন্যা। বংশীধৰ মজিন্দাৰ বৰুৱা বংশী একাউণ্টেণ্ট বুলি জনাজাত। তেওঁ সোণামুৰা মজিন্দাৰ বৰুৱাৰ বংশধৰ।

এই বংশৰ আদি পুৰুষ গঙ্গাধৰ। বংশৰ সপ্তম পুৰুষ দৈত্যাৰি বা সূৰ্যবৰ সোণামুৰা বৰুৱা। বংশী মজিন্দাৰ বৰুৱা বংশৰ পঞ্চদশ পুৰুষ। তেওঁলোকৰ পুৰণি ঘৰ শিৱসাগৰৰ আমোলা পট্টিত। পিছত যোৰহাটত বসতি কৰিছিল।

বংশীধৰৰ পুত্ৰ সন্তান তিনিজন—শঙ্খধৰ, শিৱনাথ আৰু বজ্ৰধৰ আৰু কন্যা দুজনী—সৰুমাই আৰু নিচলী। পদ্মলোচনী দেৱীৰ ঘৰত মতা নাম সৰুমাই। সুমলীয়া কন্যা নিচলীৰ স্বামী মহীধৰ বৰুৱা।

বংশীধৰ মজিন্দাৰ বৰুৱা জাত লগাই নাম দিয়াত বৰ পাৰ্গত। তেওঁ সুৰ লগাই বেচ ধুনীয়াকৈ নাম দিব পাৰিছিল। ভাষা সাহিত্যৰ প্ৰতি অনুৰাগ থকা এইজন ব্যক্তিয়ে ৰচনা কৰিছিল 'জন্মাষ্টমী' নামৰ এখন নাটক।

জন্ম

হেমবৰুৱা বিনন্দীৰাম শৰ্মা বৰুৱা আৰু পদ্মলোচনী দেৱীৰ প্ৰথম সন্তান। ১৯১৫ খৃঃৰ ২২ এপ্ৰিলত তেজপুৰত তেওঁৰ জন্ম। তেজপুৰতেই জন্ম দ্বিতীয় সন্তান হীৰাবালা বৰুৱাৰ। নৱকান্ত বৰুৱা, জীতেন্দ্ৰ কুমাৰ বৰুৱা (সোণা), প্ৰফুল্ল কুমাৰ বৰুৱা ( চিকু ), ভাগ্যমতী বৰুৱা, আদৰ ম'লতী শৰ্মা আৰু আইভি বৰুৱা, পিতৃ-মাতৃৰ আন আন সন্তান কেইটিৰ জন্ম গমিৰিত।

গমিৰি পিছপৰা ঠাই, পঢ়া-শুনাৰ বাবে সুবিধাজনক নহয়। সেইবাবে তেওঁৰ পৰিয়াল ১৯৩৬ খৃঃৰ পৰা যোৰহাটলৈ আনিলে। প্ৰথমতে কিছুদিন বৰভেটাত মোমায়েকৰ লগতে পৰিয়ালটো

ৰাখিছিল। পিছত ভৰাজানত মাটি কিনি ঘৰ সাজে। ১৯৪০ খৃঃতহে টিনৰ ঘৰটো সাজিছিল।

সাতটি সন্তানৰ মূৰত ভৰি দি জন্ম লাভ কৰা হেম বৰুৱা আছিল পৰিয়ালৰ সকলোৰে আৰু আত্ম-পৰিজনৰ আলাসৰ লাড়ু। তেওঁৰ বাল্যকাল নান'ন শিশু-সুলভ দুষ্টালিৰে ভৰা। শিশু-সুলভ দুষ্টালিৰ বাবে পিতৃৰপৰা পাবলগীয়া হৈছিল কঠোৰ শাসন। ভাগ্য বিপৰ্য্যয়ত পৰি বিনন্দীৰাম শৰ্মা বৰুৱাই ইচ্ছা থকা সত্বেও পঢ়া-শুনা কৰিব নোৱাৰিলে। তেওঁৰ জীৱনত বৈ যোৱা অসম্পূৰ্ণতাখিনি পূৰ্ণ কৰিব বিচাৰিছিল ষৰপুত্ৰৰ মাজেৰে। কিন্তু প্ৰথম অৱস্থাত ষৰপুত্ৰ আছিল ইয়াৰ সম্পূৰ্ণ বিপৰীত। পঢ়া-শুনাৰ কোনো লক্ষণ নাই, এশ এটা দুষ্টালিৰে ভৰা।

গমিৰিত থাকিলে হেমকান্তৰ পঢ়া-শুনা ভাল নহ'ব বুলি দেউতাকে আনি থলে যোৰহাটত মোমায়েকৰ ঘৰত। ডাঙৰ মোমায়েক শঙ্খধৰ বৰুৱা তেতিয়া যোৰহাট কছাৰীৰ পেস্কাৰ। মোমায়েকৰ ঘৰত থাকি পঢ়া-শুনা কৰিছিল যদিও তেওঁৰ সক কালছোৱা নানান দুষ্টালিৰে ভৰা। সেই বিষয়ে তেওঁ নিজেই লিখিছে—

"সকতে ওচৰ চুবুৰীয়াৰ মাজত মোতকৈ দুষ্ট ল'ৰা নাই বুলি মোৰ এক বিৰাট খ্যাতি আছিল। সেই খ্যাতি আমাৰ মাৰ মনত এতিয়াও অম্লান হৈ আছে। দুষ্টালি কৰাৰ কাৰণে আজিও যদি কেতিয়াবা মোৰ ল'ৰা দুটাক ডাবি দিওঁ, আমাৰ মায়ে তৎক্ষণাত মুখ পাতি ধৰে— সিহঁতক যে এই অলপ কথাতে গালি পাৰিছ, তই নিজে কিটো আছিলি? তোৰ উৎপাতত ঘৰৰ কিয় পৰৰ মানুহো থাকিব পৰা নাছিল।"

বিনন্দীৰাম শৰ্মা বৰুৱাই মাজে মাজে যোৰহাটলৈ আহি পুত্ৰৰ পঢ়া-শুনাৰ খবৰ লয়হি। কিন্তু আহি ল'ৰাৰ বিষয়ে মোমায়েকৰ পৰা নানান ওজৰ-আপত্তি শুনি বৰ হতাশ হয়।

" সকতে স্কুললৈ যাবলৈ মই বৰ বেয়া পাইছিলোঁ। 'বেড লেম্প' চিগাৰেট অলাই লৈ বাটে বাটে ঘূৰি ফুৰিবলৈ ভাল পাইছিলোঁ। যোৰহাটৰ মোমাইদেউৰ ঘৰত থা কি হাতত কলি-পুথি লৈছিলোঁ। আমাৰ স্বাৰ্গী বৰ গমিবিৰপৰা দেউতা কেতিয়াবা অন্ততঃ বছৰত এবাৰকৈ যোৰহাটলৈ আহে। দেউতা আহিলেই পিঠিত মাৰ পৰে স্কুললৈ যাব নোখোজা দেখি। এদিন মনত আছে, চাদৰ এখনেৰে ভিতিত গৰ বন্ধা দি বান্ধি মৰিয়াই মৰিয়াই দেউতাই স্কুললৈ লৈ গৈছিল। স্কুলৰ দুৱাৰমুখ পাই 'এতিয়া যা' বুলি এৰি দিছিল। স্কুল অৱশ্যে সোমাবলৈ নহ'ল। গোটেই দিনটো গছ এজোপাত উঠি থাকি আবেলি ঘৰলৈ উভতি আহিলোঁ। দেউতাই কঠোৰ শাসন কৰিছিল। কেতিয়াবা বাৰীৰ চুকৰ কল তলত বান্ধি থৈছিল। অহকালি সেইদৰে থাকিবলৈ বেয়া নহয়। গমিৰিত কেৰেলুৱা সৰহ। সেইবোৰেহে বৰ আহুকাল দিছিল। কেতিয়াবা নিশা ঘৰৰপৰা বাহিৰত উলিয়াই থৈছিল, 'তোক বাঘে খাই মাৰক বুলি'।"

## ৩ শিক্ষা ঃ যোৰহাট

হেম বৰুৱাৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হৈছিল ভবাজান পাঠশালা স্কুলত। স্কুলখন বুঢ়াগোহাঁই পুখুৰীৰ পাৰত। ১৯২৪ খৃঃত এইখন স্কুলৰপৰাই ন বছৰ বয়সত প্ৰাথমিক শিক্ষা শেষ কৰি যোৰহাট টাউন এম ই স্কুলত ভৰ্তি হয়। টাউন এম ই স্কুল-খনেই বৰ্তমান শঙ্কৰদেৱ চেমিনাৰী। টাউন এম ই স্কুলৰ তেতিয়াৰ

কৃতী শিক্ষক উপেন্দ্ৰ নাথ বৰুৱা। উপেন্দ্ৰ নাথ বৰুৱাৰ পুত্ৰ খ্যাতনামা শিক্ষাবিদ বিমান চন্দ্ৰ বৰুৱা।

টাউন এম, ই স্কুলত হেম বৰুৱাই চতুৰ্থমান শ্ৰেণীত পঢ়ি থাকোঁতে মাজতে এবাৰ প্ৰবল ইচ্ছা হ'ল পঢ়া-শুনা এৰি দোকান খুলি মহাজন হোৱাৰ। এই কাৰ্যৰ আদৰ্শস্বৰূপ আছিল ওচৰৰে এজন বয়সস্থ দোকানী। দোকানীজনৰ হেনো গ্ৰাহকক সন্তুষ্ট কৰাৰ প্ৰতি লক্ষ্য কম। বৰ আয়ামত ধপাত হুপি থাকে। গ্ৰাহকক কেৰেপকে নকৰে। বৰং তেওঁকহে 'কৰাইদেউ', 'দদাইদেউ' বুলি তোষামোদ কৰিবলগীয়া হয়।

এদিন হেমকান্তই বাজ আলিৰ কাষত পেকিং বাকচ এটাৰ ওপৰত পুৰণি বাতৰি কাকত এখন পাৰি লৈ আৰম্ভ কৰিছিল ব্যৱসায়। কাৰণ "বাণিজ্যে বসতি লক্ষ্মী"। দোকানৰ সামগ্ৰী বাৰীৰ কল, তামোল-পাণ, মোমায়েকে অফিচৰপৰা অনা পেন্সিল, নিব, কাগজ আৰু বুঢ়ী মাকে ঘৰতে ভাজি দিয়া আখৈ। বুঢ়ী মাকৰো বেহা-বেপাৰ কৰি নাতি ল'ৰা ধনী-মানী হ'ব আৰু দেউতাকৰ ঘৰৰ অৱস্থা টনকিয়াল কৰিব। কিন্তু তেওঁৰ ল'ৰালিৰ হেঁপাহ মনৰ মাজতে মাৰ গ'ল। দেউতাকে আহি পুনৰ ধৰি-বান্ধি স্কুলত ভৰ্তি কৰি দিলে। দোকান খুলি ধনী-মানী হোৱাৰ স্বপ্ন সিমানতে থান-বান হৈ গ'ল। ধৰি-বান্ধি স্কুলত ভৰ্তি কৰি দিছিল যদিও ল'ৰাজনে স্কুললৈ যাবলৈ ভাল পোৱা নাছিল। তাতৈক হাতত বেড লেম্প চিগাৰেট জ্বলাই বাটে বাটে ঘূৰি ফুৰিবলৈ ভাল পাইছিল।

টাউন এম, ই স্কুলৰ বৰ্তমান শ্ৰেণীত পঢ়াৰে কথা। দেউতাক মাজে মাজে বৰপুত্ৰৰ খবৰ ল'বলৈ আহে আৰু মোমায়েকে হেম বৰুৱাৰ বিৰুদ্ধে দিয়ে নানান গোচৰ। এদিন হেনো মোমায়েকে ক'লে, "ভিনদেউ, ইয়াক লৈ যাওক। পাৰিলে সেই দিনেই বাগিছাই-চাগিছাই কাম এটাত সুমাই দিয়ক।" মোমায়েকে হয়তো আন কথাও চিন্তা কৰিছিল। পঢ়ি-শুনিনো কি হ'ব? তাতকৈ বাগিছাৰ

চাকৰিত এতিয়াই সোমালে এদিন গৈ বৰ কেৰাণী হ'বগৈ পাৰিব। সময়ত মাটি-বাৰী ঘৰে-দুৱাৰে অৱস্থা জয়-জয় ময়-ময় হৈ পৰিব।[২]

কথাষাৰ শুনি দেউতাক বৰ হতাশ হৈছিল। দেউতাক যোৰহাটলৈ আহিলে তেওঁৰ লগতে শোৱে। শুবৰ সময়ত হেনো আক্ষেপৰ সুৰত দেউতাকে কৈছিল, "দুখীয়া মানুহৰ ল'ৰা। ভালকৈ পঢ়া-শুনা কৰি মনত অলপ শান্তি দিবি বুলি ভাবিছিলোঁ। সেইটো নহ'ল। সকতে নিজৰ আই-বোপাই মৰি গ'ল। লোকৰ ঘৰত ভাত ৰান্ধি খৰি ফালি জানো পঢ়িব পাৰি। তইঁতেই ভাল হৈ কিবা এটা কৰিবি বুলি ভাবিছিলোঁ। সিও নহ'ল।"[২]

নিশা বিচনাত পৰি দেউতাকে কোৱা কথাষাৰি চেঙেলীয়া ল'ৰা হেম বৰুৱাৰ গাজত লাগিল। পিছৰ জীৱনতো তেওঁ উপলব্ধি কৰিছিল নিশা শুবৰ সময়তহে ল'ৰা-ছোৱালীক এনেদৰে উপদেশ দিব লাগে। তেতিয়া হলে মনত থাকে। দেউতাকে নিশা শুবৰ সময়ত কোৱা এই কথাৰে প্ৰতিক্ৰিয়াৰ ফল সম্ভৱতঃ তেওঁৰ এম ই পৰীক্ষাত কৃতকাৰ্যতা।

কিছুমান ছাত্ৰৰ ল'ৰালি কালছোৱা এশ এটা দুষ্টালিৰে ভৰা। পিছত তেনেবোৰ ছাত্ৰই হয়গৈ মেধাৱী আৰু তীক্ষ্ণ বুদ্ধি-সম্পন্ন। হেম বৰুৱা তেনে শ্ৰেণীৰ ছাত্ৰ। যাওঁ নাযাওঁকৈ স্কুললৈ গলেও তেওঁ কোনো দিন কোনো শ্ৰেণীতে ৰব লগা নহৈছিল। অকল সেয়ে নহয়. ১৯২৮ খৃঃত যোৰহাট টাউন এম ই স্কুলৰ পৰাই তেওঁ প্ৰথম বিভাগত ইংৰাজীত ডিষ্টিংচন পাই উত্তীৰ্ণ হয়।

এম-ই পাচ কৰাৰ পিছত হেম বৰুৱাৰ হাইস্কুলীয়া শিক্ষা আৰম্ভ হয় যোৰহাট মিশ্যন হাইস্কুলত। মিঃ আৰ্ল আৰ্নেষ্ট ব্ৰুক সেই সময়ত মিশ্যন হাইস্কুলৰ প্ৰধান শিক্ষক। এদিন ক্লাছত হেড মাষ্টাৰ মিঃ ব্ৰুকে ইংৰাজীতে সুধিলে, কোনে কি মাংস খায়। হেম বৰুৱাই ক'লে, "I eat goat"

২. আপনি বয়স হৈলে বুদ্ধি হৈবে ভাল : অ'াচু ফুস। হেম বৰুৱা, ১৯৬৩

মিঃ ব্ৰুকে হাঁহি হাঁহি ক'লে, "Well ! Well ! you cannot eat goat. You eat mutton."

হেম বৰুৱাই পিছৰ জীৱনত এই গৰাকী প্ৰধান শিক্ষকে ল'ৰাক শিকোৱাৰ পদ্ধতিৰ কথা শ্ৰদ্ধাৰে সুঁৱৰিছিল। শিক্ষক গৰাকীয়ে তেওঁৰ ভুলৰ বাবে তিৰস্কাৰ নকৰি বা কোনো বেয়া কথাৰে নকৈ পোনপতীয়াভাৱে তেওঁৰ ভুল শুধৰাই দিছিল। কোনোৱে তেওঁক ভুল-ভ্ৰান্তি দেখুৱাই দিলে হেম বৰুৱা সেই কথাৰ প্ৰতি আছিল সচেতন। যোৰহাট মিশ্যন স্কুলত তেওঁৰ সৰহ দিন পঢ়া নহ'ল। দেউতাকে তেওঁক তেজপুৰলৈ লৈ আহিল।

## তেজপুৰ

১৯২৮ খৃঃত তেওঁ তেজপুৰ চৰকাৰী হাইস্কুলত নাম লিখিলে। ১৯৩২ খৃঃত তেজপুৰ হাইস্কুলৰপৰাই প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হ'ল।

তেজপুৰত তেওঁ থাকিবলৈ লৈছিল কলিবাৰীৰ কলীচৰণ ভট্টাচাৰ্যৰ বাৰী চুকত এটি সৰু ঘৰ ভাৰা লৈ। ঘৰটোৰ ভাৰা মাহে তিনি টকা। তেওঁৰ লগত আছিল ৰামলাল মিৰি নামৰ জনজাতীয় ল'ৰা এজন।

ৰামলাল মিৰিৰ দেউতাক এজন গাওঁবুঢ়া। তেওঁৰ কেৰাটাও ল'ৰা ছোৱালী। তেওঁ বিনন্দী ৰাম শৰ্মা বৰুৱাৰ বন্ধু। দেউতাকে সকতেই ৰামলালক বিনন্দীৰাম শৰ্মা বৰুৱাক গতাই দিয়ে। তেতিয়াৰে পৰা ৰামলাল তেওঁলোকৰ ঘৰৰ ল'ৰাৰ দৰে হ'ল। পিছত ৰামলাল আৰু হেম বৰুৱাক কলিবাৰীত ঘৰ ভাৰা কৰি থাকিবলৈ দিলে। দেউতাকে গমিৰিৰ ঘৰৰপৰা মাজে মাজে চাউল-পাত দি পঠিয়ায়।

তেজপুৰত হেম বৰুৱাৰ সহপাঠী বন্ধু চন্দ্ৰধৰ গোস্বামী, নটসূৰ্য ফণী শৰ্মা। চন্দ্ৰধৰ গোস্বামী তেওঁৰ বিশিষ্ট সহপাঠী

বন্ধু। হেম বৰুৱা ইংৰাজীত সকবেপৰা চোকা। কিন্তু অংকত তেওঁ কেচা। গোস্বামী অংকত ভাল। সেয়েহে তেওঁক মাজে মাজে অংক শিকায়। অষ্টম মান শ্ৰেণীৰপৰা নৱম মান শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ কথা। অংকৰ পৰীক্ষাৰ আগদিনা তেওঁক গোস্বামীয়ে অংক শিকাইছে, বিশেষকৈ জ্যামিতি, এলজেব্ৰা আদি। গোস্বামীয়ে শিকাই দিয়া মতে অংক কৰি তেওঁ পৰীক্ষাত পালে ৪৫ নম্বৰ। ইপিনে গোস্বামীয়ে নিজেই কিবা ভুল কৰি থৈ আছিল। তেওঁ পালে মাত্ৰ ২৯। ফলত তেওঁক অতিৰিক্ত অংক ( Additional Mathematics ) লবলৈ নিদিয়া হ'ল। পিছত অৱশ্যে দিলে।

হাইস্কুলত পঢ়া সময়ত তেওঁৰ পোছাক হ'ল আঠুমূৰীয়া ধুতি আৰু হাত থৰা চোলা। ভৰিত জোতা নাই। পোছাকো দুজোৰ। দেওবাৰে তেওঁলোক দলবান্ধি ব্ৰহ্মপুত্ৰলৈ গৈ কাপোৰ-কানি ধুই লয়।

তেজপুৰৰ ছাত্ৰসকলৰ মাজত আছিল উষা ছাত্ৰ সভা। প্ৰতি দেওবাৰে উষা ছাত্ৰ সভা অনুষ্ঠিত হয়। দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মা মাজে মাজে উষা ছাত্ৰ সভাৰ সভাপতি হয়। সভাত সাহিত্য আলোচনাৰ লগে লগে আকস্মিক বক্তৃতা হয়। এবাৰ চন্দ্ৰেশ্বৰ গোস্বামীৰ আকস্মিক বক্তৃতাৰ বিষয় আছিল 'ব্ৰহ্মপুত্ৰ' আৰু হেম বৰুৱাৰ আছিল 'দুৰ্যোধন'। দুয়োৰে ক'ব নোৱাৰিলে। তেওঁ সদায় দেওবাৰে উষা ছাত্ৰসভালৈ যায় যদিও কোৱাৰ অভ্যাস নাছিল। বৰ লাজকুৰীয়া স্বভাৱৰ। উষা ছাত্ৰ সভাৰ পক্ষৰপৰাই জয়মতী উৎসৱ, লাচিত উৎসৱ আদি পালন কৰা হৈছিল।

ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, গোপীকান্ত মেধি, গোকুল বৰুৱা প্ৰভৃতি সেই সময়ৰ তেজপুৰ চৰকাৰী হাইস্কুলৰ কৃতী শিক্ষক।

### জাতীয় আন্দোলনত অংশ গ্ৰহণ

১৯২৬ খৃঃৰ পাণ্ডু কংগ্ৰেছৰ সময়ত হেম বৰুৱা পঞ্চম মান শ্ৰেণীৰ ছাত্ৰ। ভাৰতীয় জাতীয় কংগ্ৰেছৰ পাণ্ডু অধিবেশনৰ প্ৰস্তুতিৰ কথা তেওঁৰ অলপ অলপ মনত আছিল। বিশেষকৈ যুৱত গান্ধীটুপি পিন্ধি ভলন্টিয়াৰবিলাকে কংগ্ৰেছৰ বাণী প্ৰচাৰ কৰি ধন তুলি ফুৰাৰ কথা। তেওঁৰ অন্তৰত এই জাতীয় আন্দোলন বা স্বাধীনতা আন্দোলনে বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। ইংৰাজ চাহাব আৰু চৰকাৰী বিষয়াৰ প্ৰতি বিদ্বেষ ভাৱ প্ৰকাশ পাইছিল নিচেই সৰু কালৰেপৰা। তেজপুৰৰ আশে পাশে থকা ভালে কেইখন চাহ বাগিছা ইংৰাজ চাহাবৰ। জাহাজঘাটলৈ অহা এই ইংৰাজ চাহাববোৰৰ প্ৰতি তেওঁ শিশুমনৰ বিদ্বেষ প্ৰকাশ কৰি জোকাইছিল- 'এই চাহাব, তোৰ মেমক পলুৱাই নিম'। অৱশ্যে এনেদৰে কোৱাৰ অন্তৰালত কোনো উদ্দেশ্য নাছিল। নাইবা কথাকাঁকিৰ প্ৰকৃত তাৎপৰ্যও নিজে বুজি পোৱা নাছিল। মাথোন প্ৰকাশ পাইছিল বিদেশী শাসনৰ প্ৰতি এক অজানিত বিদ্বেষ ভাব।

তেওঁৰ মনৰ বিদ্বেষ ভাৱ প্ৰকাশ পাইছিল এজন দাৰোগাৰ প্ৰতিও। দাৰোগাজন আছিল বৰ অত্যাচাৰী। তেওঁ অহা শুনিলে গাৱঁত সন্ত্ৰাসৰ সৃষ্টি হয়। দাৰোগাজনে হকে-বিহকে মানুহক ধৰি লৈ যায়। সেইবাবে দাৰোগাজনৰ প্ৰতিও প্ৰকাশ পাইছিল এক বিদ্বেষৰ ভাৱ। দাৰোগাজনৰ দেউতাকৰ লগত ভাল। প্ৰায়ে গাৱঁলৈ আহিলে তেওঁলোকৰ ঘৰলৈ আহি দেউতাকৰ লগত বহি ধপাত খায়। এদিন দাৰোগাজনে দেউতাকৰ লগত বহি আৰামেৰে ধপাত হুপি থাকোঁতে ঘপহকৈ দাৰোগাজনৰ গালতে মাৰিলে এটি পূৰ্ণহতীয়া চৰ। দাৰোগাৰ মুখৰপৰা হোকা চিলিম উফৰি পৰিল। অৱশ্যে ইয়াৰ বাবে দেউতাকৰপৰা কঠোৰ শাস্তি পাব লগা হ'ল। শিশুকালৰ এই দুষ্টালিৰ অন্তৰালত লুকাই আছিল ইংৰাজ শাসক তথা চৰকাৰী বিষয়াৰ প্ৰতি এক অজানিত বিদ্বেষ।

ইংৰাজ চাহাব আৰু চৰকাৰী বিষয়াৰ প্ৰতি থকা অজানিত বিদ্বেষে তীব্ৰ ৰূপ পালে ১৯৩০ খৃঃত। তেতিয়া তেওঁ নৱম মান শ্ৰেণীৰ ছাত্ৰ। স্বাধীনতা আন্দোলনৰ পূৰ্ণ পয়োভৰ। ছাত্ৰসকলেও এই আন্দোলনত জপিয়াই পৰিছিল।

চহৰৰ ৰাজ আলিত এটি স্কুলীয়া ছাত্ৰৰ শোভাযাত্ৰা ওলাইছিল। শোভাযাত্ৰাকাৰী ছাত্ৰসকলৰ মাজত হেম বৰুৱাও এজন। শোভাযাত্ৰা আগবাঢ়ি গৈ তেজপুৰ কছাৰীৰ কাষ পালে। মিঃ গানিং সেই সময়ত জিলাৰ বৰ চাহাব। পুলিচ বিষয়া মিঃ ভুবনমোহন গাঙ্গুলী। জিলাৰ বৰ চাহাব আৰু পুলিচ বিষয়া আহি শোভাযাত্ৰাৰ আগত থিয় হ'ল। ঘটনা দেখি চহৰৰ চৰকাৰী বিষয়াসকলে নিজ নিজ ল'ৰাবোৰ সমদলৰপৰা উলিয়াই লৈ গ'ল। বাকী থাকিল মাথোন গাঁৱৰপৰা অহা আৰু সাধাৰণ মানুহৰ ল'ৰা কেইজন। এচাম ছাত্ৰ আঁতৰি গ'ল যদিও শোভাযাত্ৰাত থকা বাকী ল'ৰাবোৰৰ মনোবল ভাঙি নপৰিল। বৰচাহাব আৰু পুলিচ চাহাবৰ আদেশ অমান্য কৰি শোভাযাত্ৰা পুনৰ আগবাঢ়িল। এইবাৰ এদল সশস্ত্ৰ পুলিচ আহি শোভাযাত্ৰাত বাধা দিলে। এজন পুলিচ বিষয়াই বেটন এডাল ডিঙিত পথালিকৈ দি পুখুৰীৰ পাৰতে হেম বৰুৱাক বগৰাই দিলে। মাটিত বাগৰি পৰাৰ পিছত এজন গোৰ্খা চিপাহীয়ে বুট জোতাৰে গচকি পেলালে। তেনে শাস্তি আৰু বহুতো ল'ৰাই পাব লগা হ'ল।

প্ৰথম বাৰৰ বাবে নিৰ্ভীকভাৱে স্বাধীনতা ৰণত অংশ গ্ৰহণ কৰি পুলিচৰ লাঠিৰ কোব, জোতাৰ গোৰ মূৰ পাতি লোৱা সময়ত তেওঁৰ বয়স পোন্ধৰ বছৰ মাত্ৰ। সেই সময়ত এনেদৰে বহুতো ছাত্ৰই ইংৰাজ শাসনৰ বিৰুদ্ধে থিয় দি নানান নিৰ্যাতন ভোগ কৰিব লগা হৈছিল।

হেম বৰুৱাই জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰাটো দেউতাকৰ বাবে আছিল প্ৰচণ্ড আঘাত। দেউতাকে ৰব আশা

কৰিছিল বৰপুত্ৰই পঢ়ি শুনি তাঙৰ চৰকাৰী বিষয়-বাব পাব, হাকিম মুন্সিপ হব। সেইদিনত জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰা ছাত্ৰৰ বাবে সেই পথ বন্ধ। সেয়েহে পিতৃৰ মনত বেজাৰ। কিন্তু হেম বৰুৱাৰ সেইখিনিতে আনন্দ। আনন্দ যে তেওঁ পোন্ধৰ বছৰ বয়সতে স্বাধীনতা আন্দোলনত যোগদান কৰিব পাৰিছিল। পোন্ধৰ বছৰ বয়সতে লাভ কৰা নিৰ্যাতনৰ বাবে তেওঁৰ গোটেই জীৱন আছিল ইংৰাজ শাসকৰ প্ৰতি বিদ্বেষ ভাৱ।

**কটন কলেজ—**

হেম বৰুৱাৰ কলেজীয়া শিক্ষাৰ সূচনা কটন কলেজত। দেউতাক তেতিয়া জাহাজঘাটৰ চৰ এজেণ্ট। দেউতাকৰ উপাৰ্জন সীমিত। কিন্তু তেওঁ বৰপুত্ৰৰ পঢ়াৰ প্ৰতি অলপো কাৰ্পণ্য নকৰিলে।

কটন কলেজত পঢ়া কালছোৱাত প্ৰথমতে বাস কৰিছিল 'চেকেণ্ড মেছত'। পিছত বি এ পঢ়াৰ সময়ত 'নিউ হোষ্টেলত'। ডক্টৰ ডেভিদ থমচন সেই সময়ত কটন কলেজৰ অধ্যক্ষ। চেকেণ্ড মেছৰ চুপাৰিণ্টেণ্ডেণ্ট বিজয় চন্দ্ৰ সেনগুপ্ত। ছাত্ৰাবাসৰ নৱাগত আদৰণি সভাত ভাষণ দিওঁতা নতুন ছাত্ৰসকলৰ ভিতৰত হেম বৰুৱা অন্যতম। তেতিয়াৰ দিনত কলেজৰ যিকোনো সভাতে বক্তৃতা দিয়া হৈছিল ইংৰাজীত। প্ৰথম বাৰ্ষিকৰ ছাত্ৰসকলৰ ভিতৰত ইংৰাজীত ভাল বক্তৃতা দিছিল হেম বৰুৱাই।

৬ আগষ্টত অনুষ্ঠিত কলেজৰ নৱাগত আদৰণি সভাত পৌৰহিত্য কৰিছিল অধ্যক্ষ ডক্টৰ থমচনে আৰু মুখ্য অতিথি মিচেচ লণ্ডবেল। ইষ্টাৰ্ণ গেলেৰীৰ কাষৰ মুকলি ঠাইডোখৰত বহা পাতি সভাৰ আয়োজন কৰা হৈছিল। নৱাগতসকলক আদৰণি জনাইছিল ছাত্ৰ একতাৰ সম্পাদক নগেন্দ্ৰ নাথ চৌধুৰীয়ে। তেতিয়াৰ দিনত কটন কলেজৰ নৱাগত আদৰণি সভাত চহৰৰ বিশিষ্ট ব্যক্তি আৰু প্ৰাক্তন ছাত্ৰসকল আমন্ত্ৰিত হৈ যোগদান কৰিছিল। গোকুল

বৰুৱা, মদন বৰুৱা আৰু অতুল চৌধুৰীৰ নানান ধেমেলীয়া অভিনয় সিদিনাৰ সন্ধিয়াৰ অন্যতম আকৰ্ষণ।

পাঁচজন প্ৰাৰ্থীক পৰাজিত কৰি নতুন বছৰৰ বাবে মাধৱ চন্দ্ৰ বেজবৰুৱা ছাত্ৰ সংস্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। সঙ্গীত শাখাৰ সম্পাদক কৃষ্ণৰাম শৰ্মা আৰু ছাত্ৰীৰ জিৰণি কোঠাৰ সম্পাদিকা ঊষা ভট্টাচাৰ্য্য। সেই বছৰ ছাত্ৰীৰ সংখ্যা ১৭ গৰাকী। ইয়াৰ পূৰ্বৰ বছৰ মাত্ৰ তিনি গৰাকী। সেই বছৰ সুখ্যাতিৰে বি এ পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰসকলৰ ভিতৰত সংস্কৃতত প্ৰথম শ্ৰেণীৰ প্ৰথম যোগীৰাজ বসু (পিছত ডক্টৰ) আৰু অৰ্থনীতিত প্ৰথম শ্ৰেণী সুধীন্দ্ৰমোহন দত্ত।

কটন কলেজত সময়ে সময়ে আয়োজন কৰা হৈছিল বিভিন্ন ব্যক্তিৰ বিভিন্ন বিষয়ৰ বক্তৃতা আৰু অনুষ্ঠান। দণ্ডিৰাম দত্তৰ কায়ধেলি অঙ্কৰ বিষয়, জে এন ফুকনৰ এঘাৰ বছৰীয়া সাগৰ ভ্ৰমণৰ অভিজ্ঞতা, বিজয় সেনগুপ্তৰ মেজিক লেণ্টাৰ্ণৰ সহায়ত দিয়া The Sights and Scences of mother India, মিঃ হালিমৰ আলিগড় বিশ্ববিদ্যালয়ৰ তথ্যপূৰ্ণ বৰ্ণনা, বোম্বেৰ চাৰ্ভেণ্ট অৱ ইণ্ডিয়ান চোচাইটিৰ ডক্টৰ এ ভি ঠক্কৰৰ ভাষণ আদি উল্লেখযোগ্য বক্তৃতা।

কৌতুক অভিনেতা বাৰণ নাথেও ভেওঁৰ ধেমেলীয়া আৰু বিভিন্ন মানুহৰ মাত মতা অভিনয়ৰে কটন কলেজৰ দৰ্শকক আমোদ দিছিল। এই কৌতুক অভিনয়ৰ বাবে এক অনাকৈ পইচা লৈছিল।

এবাৰ পদাৰ্থ বিজ্ঞান বিভাগৰ পৰাও বিনাতাঁৰ বাৰ্তা (wireless listening) দেখুৱাইছিল।

পূজাৰ বন্ধৰ আগে আগে আৰু বৰদিনৰ বন্ধৰ আগে আগে ছুৱাৰ সঙ্গীত সম্মিলন অনুষ্ঠিত হৈছিল।

এ এছ এল ক্লাব কটন কলেজৰ সেই সময়ৰ এটি সক্ৰিয় অনুষ্ঠান। শ্ৰীশঙ্কৰদেৱৰ তিথি, শ্ৰীমাধৱদেৱৰ তিথি, চিলাৰায় উৎসৱ আদি এ এছ এল ক্লাবৰ তত্বিয়তে পালন কৰা হৈছিল। বহুকাল

চক্ৰৱৰ্তী, যতীন্দ্ৰ নাথ দুৱৰা আৰু নীলমণি ফুকনে ক্ৰমে সাহিত্য, কবি হাফেজ আৰু শিকাৰ বিষয়ে একোটি ভাষণ দিছিল। এই ভাষণবো আয়োজন কৰিছিল এ এল ক্লাবে।

চিত্ৰবিদ্যা, কবিতা, গীত, আবৃত্তি আদিৰ এখনি সুকুমাৰ কলা প্ৰতিযোগিতাৰ আয়োজন কৰা হৈছিল সৰস্বতী পূজাৰ সময়ত। তীৰ্থনাথ শৰ্মা আৰু অৰুণোদয় দত্ত ইয়াৰ সম্পাদক।

প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হেম বৰুৱা আছিল এই সকলোবোৰ অনুষ্ঠানতে আগ্ৰহেৰে যোগদান কৰা নীৰৱ দৰ্শক। স্কুল-কলেজত তেওঁৰ নাম হেমকান্ত শৰ্মা বৰুৱা।

সেই সময়তে গুৱাহাটী চিভিল হস্পিটেলত এজন ৰোগীৰ মৃত্যু হ'ল। মৃতকৰ লগত আছিল মাত্ৰ এজন মানুহ। কটন কলেজৰ ছাত্ৰ মাধৱ চন্দ্ৰ বেজবৰুৱা, ত্ৰৈলোক্য নাথ দাস আৰু অম্বিকা চৰণ চৌধুৰীয়ে শটো কান্ধত কৰি নি ভৰলুমুখত দাহ কৰিলে। ছাত্ৰ কেইজনৰ এই সমাজ হিতকৰ কাৰ্যই চহৰৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

The Cotton College Magazine কটন কলেজৰ মুখপত্ৰ। ভাৰপ্ৰাপ্ত অধ্যাপকজনেই আলোচনীখনৰো সম্পাদক। সেই সময়ত অধ্যাপক পি জি আব্ৰাহাম ইয়াৰ সম্পাদক (একাদশ বছৰ, দ্বিতীয় সংখ্যা, ডিচেম্বৰ, ১৯৩২)। ইয়াৰ পিছৰ সংখ্যাৰ সম্পাদক ডক্টৰ সূৰ্যকুমাৰ ভূঞা। ডক্টৰ ভূঞাৰ সম্পাদনাত প্ৰকাশ হোৱা সংখ্যাৰ পৰাই আলোচনীখনৰ নতুন নাম হয় 'The Cottonian' (একাদশ বছৰ, তৃতীয় সংখ্যা, মাৰ্চ, ১৯৩৩)। সেই সংখ্যাতে কলেজৰ প্ৰতীকটো বেটুপাততে ছপা কৰা হয়। প্ৰতীকটো আঁকিছিল মহেন্দ্ৰনাথ ডেকাফুকনে। ডেকাফুকনে এখন সভাত প্ৰতীকটোৰ চুক কেইটিৰ অৰ্থ নিজে ব্যাখ্যা কৰিছিল। অধ্যাপক দিবাকৰ গোস্বামী 'কটনিয়ান'ৰ অসমীয়া শাখাৰ ভাৰপ্ৰাপ্ত অধ্যাপক। অধ্যাপক হৰেন্দ্ৰকুমাৰ চৌধুৰী, মাধৱ চন্দ্ৰ বেজবৰুৱা,

পাৰ্বতীকুমাৰ গোস্বামী, শৰৎ চন্দ্ৰ কাকতী, নুৰুজ্জামান, বায়হান শাহ আৰু ধ্ৰুৱভূষণ বৰুৱা সম্পাদনা সমিতিৰ সদস্য। সম্পাদক ভুঞাক সম্পাদনা কাৰ্য্যত সহায় কৰা ছাত্ৰসকলৰ ভিতৰত প্ৰথম বাৰ্ষিকৰ ছাত্ৰ হেম বৰুৱা অন্যতম।

সম্পাদকীয় টোকাত তেওঁ লিখিছে :

The following Cottonian have assisted the management in the work of publishing the present issue—Mohammad Nuruzzaman, Madhab Ch. Bezbarua, Hemkanta Sarma Barua, U Mani Well Sing, Tirtha Nath Sarma, Chidananda Bora, Jugal Kumar Das, Prabhat Ch. Srutikar, Dhruba Bhusan Barua, Basudev Misra, M. N. Phukan, Debendra Nath Bezbarua and Satyendra Bhattacharya.

হেম বৰুৱাই কটনিয়ানত প্ৰকাশৰ বাবে এটি প্ৰবন্ধ লিখিছিল। বায়হান শাহ, নলিনীকান্ত বৰুৱা, হেমকান্ত শৰ্মা বৰুৱা, দিগম্বৰ কলিতা, কৰুণানন্দ দত্ত প্ৰভৃতিৰ বেইটামান ভাল প্ৰবন্ধ ঠাইৰ অভাৱত প্ৰকাশ কৰিব নোৱাৰা বাবে সম্পাদকীয়ত ভুঞাই দুখ প্ৰকাশ কৰিছে।

অধ্যাপক আৰ চি গোফিন কটন কলেজ মেগাজিনৰ প্ৰথম সম্পাদক (ডিচেম্বৰ, ১৯২২)। প্ৰথম অৱস্থাত আলোচনীখন কিতাপৰ আকাৰৰ, ৩২ পৃষ্ঠাৰ। প্ৰথম বছৰ মাত্ৰ এটা সংখ্যাহে প্ৰকাশ হয়। দ্বিতীয় বছৰৰপৰা বছৰত তিনিটাকৈ সংখ্যা প্ৰকাশ হৈছিল। প্ৰথমতে আলোচনীখন অকল ইংৰাজী মাধ্যমতহে প্ৰকাশ হৈছিল। ইংৰাজীৰ লগতে অসমীয়া শাখাতো প্ৰকাশ কৰা হৈছিল অধ্যাপক আশুতোষ চেটাৰ্জীৰ সম্পাদনাত প্ৰকাশ হোৱা ষষ্ঠ বছৰ তৃতীয় সংখ্যাৰ (এপ্ৰিল, ১৯২৮) পৰা। উক্ত সংখ্যাত প্ৰথম প্ৰকাশিত অসমীয়া ৰচনাসমূহ হ'ল অতুল চন্দ্ৰ হাজৰিকাৰ কবিতা 'বশিষ্ঠ', কমলাধৰ দত্তৰ 'শিক্ষাৰ বলত মানুহে কি কৰিব

নোৱাৰে', লক্ষেশ্বৰ শৰ্মাৰ 'প্ৰিন্সিপাল চুদয়াৰ্চন আৰু অসমীয়া ভাষা', ৰথেন্দ্ৰ নাথ শৰ্মাৰ 'জোৱান ভাৰ্ক' আৰু 'কাৰ্চী প্ৰহ'ত অসময় কথা। সূৰ্য্যকুমাৰ ভূঞা সপ্তম বছৰৰপৰা আলোচনী খনৰ সম্পাদক। আলোচনীখনত অসমীয়া শাখা প্ৰকাশ কৰাৰ সময়ত যুঁজ-বাগৰ কৰিবলগীয়া হৈছিল। 'কটনিয়ান'ত ইংৰাজী, অসমীয়া বিবিধ বিষয়ৰ গল্প, কবিতা, প্ৰবন্ধ প্ৰকাশ হোৱাৰ উপৰিও কলেজখনৰ বিষয়ে নানান বিৱৰণ, তথ্য-পাতি প্ৰকাশ হৈছিল। কলেজৰপৰা বিভিন্ন বিষয়ত উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থীৰ সম্পূৰ্ণ তালিকা এখন কটনিয়ানত প্ৰকাশ কৰা হৈছিল।

১৯৩৪ খৃঃ ত সুখ্যাতিৰে হেম বৰুৱা প্ৰথম বিভাগত উত্তীৰ্ণ হয়। করুণানন্দ দত্তই আই এ পৰীক্ষাত কলিকতা বিশ্ব-বিদ্যালয়ত সেই বছৰতে দ্বিতীয় স্থান, ষ্টাৰ আৰু সংস্কৃতত লেটাৰ সহ উত্তীৰ্ণ হৈছিল। ৰজনীকান্ত দেৱশৰ্মা, দুলাল চন্দ্ৰ ভূঞা, দণ্ডেশ্বৰ গগৈ, গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, ৰেজাউদ্দিন আহম্মদ, কুশদেৱ গোস্বামী, হিৰন্ময়ী বৰুৱা সেই বছৰতে প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা কৃতী ছাত্ৰ। সংস্কৃতত লেটাৰ পোৱা আন এজন ছাত্ৰ ৰজনীকান্ত দেৱ শৰ্মা।

নলিনী কান্ত বৰুৱা আৰু গোলকেশ্বৰ বৰুৱাই ইংৰাজীত, তীৰ্থ নাথ শৰ্মাই সংস্কৃতত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লাভ কৰি সেই বছৰতে বি এ পৰীক্ষাত উত্তীৰ্ণ হয়।

হেম বৰুৱাই পুনৰ ইংৰাজীত অনাৰ্চ লৈ বি এ শ্ৰেণীত ভৰ্ত্তি হ'ল। ইতিমধ্যে ডক্টৰ থমচনৰ ঠাইত মিঃ ডি ই ৰবাৰ্টচ অধ্যক্ষ নিযুক্ত হ'ল। ৰবাৰ্টচ পদাৰ্থ বিজ্ঞানৰ এগৰাকী কৃতী অধ্যাপক। তেওঁ ছাত্ৰ-ছাত্ৰীক খেলা-ধূলাৰ প্ৰতি বৰকৈ উৎসাহিত কৰিছিল। সেই বছৰ কটন কলেজৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৭৯৯ ; ইয়াৰ ভিতৰত ছাত্ৰীৰ সংখ্যা ২৭ গৰাকী। ১৯১৪ খৃঃতে কটন কলেজত খোলা ইংৰাজী সাহিত্যৰ এম এ শ্ৰেণীটো ১৯৩৩ খৃঃৰপৰা বন্ধ কৰি দিয়া হয়।

১৯৩৪ খৃঃৰ ৮ আগষ্টত পুনৰ নৱাগত আদৰণি সভা। সভাপতি অধ্যক্ষ ৰবাৰ্টচ। নৱাগতসকলক আদৰণি জনায় ছাত্ৰ সংস্থাৰ সম্পাদক দুৰ্লভানন্দ চৌধুৰীয়ে।

নতুন বছৰৰ বাবে পবিত্ৰপ্ৰাণ চাংকাকতী ছাত্ৰ সংস্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয়। অকালতে প্ৰাণ হেৰুৱা পবিত্ৰপ্ৰাণ চাংকাকতী নলিনীবালা দেৱীৰ পুত্ৰ। বি-এছ-চি পাচ কৰি আইন কলেজত পঢ়ি থাকোঁতে তেওঁ অকালতে মৃত্যুৰ মুখত পৰিছিল (১৯১৪–:৬)।

নতুন বছৰৰ বাবে এ এছ এল ক্লাবৰ সম্পাদক গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, মৰেল এণ্ড বিলিজিয়াচ চোচাইটিৰ সম্পাদক কুশদেৱ গোস্বামী, সঙ্গীত শাখাৰ সম্পাদক নাৰায়ণৰাম বেজবৰুৱা (সাহিত্যিক নাৰায়ণ বেজবৰুৱা) আৰু এ এছ এল ক্লাবৰ মুখপত্ৰ 'সেউতী'ৰ সম্পাদক ৰাধা নাথ দত্ত।

১৯৩৪ খৃঃৰ নগাৱঁৰ প্ৰলয়ঙ্কৰী বানপানী সৰ্বজন বিদিত। কলিকতাত থকা অসমীয়া ছাত্ৰ জীৱনৰাম যুকন, বিৰিঞ্চিকুমাৰ বৰুৱা, মাধৱ চন্দ্ৰ বেজবৰুৱা প্ৰভৃতিয়ে উঠি-পৰি লাগি বানপানীৰ বাবে ধন সংগ্ৰহ কৰিছিল। বোম্বেৰ বিশিষ্ট সমাজ কৰ্মী অমৃত কাউৰ বানপানীত দুৰ্গতসকলৰ সাহায্যাৰ্থে কাম কৰিবলৈ আগবাঢ়ি আহিছিল। কটন কলেজৰ ছাত্ৰ সংস্থাৰ তৰফৰপৰা সংগ্ৰহ কৰা দহ মোণ চাউল আৰু ২০২ টকা বানপানীৰ সাহায্যাৰ্থে আগবঢ়াইছিল। সেই বছৰতে বিহাৰত হোৱা প্ৰলয়ঙ্কৰী ভূমিকম্পৰ বাবেও ছাত্ৰ সংস্থাই তিনিশ টকা আগবঢ়াইছিল।

বি এ পঢ়াৰ সময়ত হেম বৰুৱা আছিল নিউ হোষ্টেলত। দিবাকৰ গোস্বামী নিউ হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্ট। হেম বৰুৱা আছিল হোষ্টেলৰ মেছ চেক্ৰেটাৰী। সেই সময়ত প্ৰতিটো হোষ্টেলৰ মেছ চেক্ৰেটাৰীৰ একোটি বিৱৰণ কটনিয়ানত প্ৰকাশ কৰা হৈছিল। হেম বৰুৱাই লিখা বিৱৰণ এটি প্ৰকাশ হৈছিল

ত্রয়োদশ বছৰ প্ৰথম সংখ্যা কটনিয়ানত, চেপ্তেম্বৰ, (১৯৩৩-৩৪)। *

কলেজৰ নিচিনাকৈ হোষ্টেলতো সুকীয়াকৈ নৱাগত আদৰণি সভা, তৰ্ক প্ৰতিযোগিতা, মাধৱদেৱৰ তিথি, জন্মাষ্টমী আদি পালন কৰা হয়। জন্মাষ্টমী উপলক্ষে অতুল চন্দ্ৰ হাজৰিকাৰ 'নন্দ দুলাল' নাটকখন মঞ্চস্থ কৰা হৈছিল।

বি এ পঢ়াৰ সময়ত গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, নাৰায়ণ বেজ-বৰুৱা আৰু হেমকান্ত শৰ্মা বৰুৱা আগশাৰীৰ তৰ্ক প্ৰতিযোগী। তৰ্ক প্ৰতিযোগিতাৰ ক্ষেত্ৰত দুইজন শৰ্মা বৰুৱাৰ নাম আগশাৰীত। সেই সময়ত চিলেটৰ মুৰাৰীচাঁদ কলেজ আৰু কটন কলেজৰ মাজত আন্তঃকলেজ তৰ্ক প্ৰতিযোগিতা হয়। এই তৰ্ক প্ৰতিযোগিতা এবছৰ কটন কলেজত হলে পিছৰ বছৰ মুৰাৰীচাঁদ কলেজত হয়। হেম বৰুৱাই কটন কলেজক প্ৰতিনিধিত্ব কৰি মুৰাৰীচাঁদ কলেজলৈকে গৈ তৰ্ক প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰিছিল। তেওঁৰ ইংৰাজী উচ্চাৰণ তেতিয়াৰে পৰা সুৱলা আৰু সলসলীয়াকৈ ইংৰাজী ক'ব পাৰে।

কটন কলেজৰ পুৰণি হলটোৰ নাম প্ৰাক্তন প্ৰথম অধ্যক্ষৰ নামেৰে 'চুদমাৰ্চন হল' কৰা হয়। এই ঘৰটো পূৰ্বতে মটৰ কোম্পানীৰ মটৰ গেৰেজহে আছিল।

*. At the same time athletic culture is not at all lost, sight of volley ball, tennis, badminton, etc. are attracting wide enthusistic. The Madhabdev Tithi and the Janmasthami festivals were solemnized with due elect. The play 'Nanda Dulal' was staged in connection with the Janmasthami festivals which was graced by the kind presence of our Principal. It was tremendous success.

To sum up a prospect more bright and illuminating looms in the nearest horizon of our mess.

Hem Kanta Barua.

১৯৩৫ খৃঃ ৰ ২৬ নবেম্বৰৰ পৰা চুদমাৰ্চন হলতে ডক্টৰ মফিজুল ইছলাম বৰাই প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতামালাৰ প্ৰথম বক্তৃতা প্ৰদান কৰিছিল। ডক্টৰ বৰা কটন কলেজৰ এগৰাকী কৃতী প্ৰাক্তন ছাত্ৰ। তেওঁ তেতিয়া ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। তেওঁৰ বক্তৃতাৰ বিষয় History of Assam as told by the Muslim Historians.

প্ৰতিভা দেৱী শৰৎ চন্দ্ৰ গোস্বামীৰ কন্যা আৰু কটন কলেজৰ অধ্যাপক উমাকান্ত গোস্বামীৰ পত্নী। অকালতে প্ৰাণ হেৰুৱা প্ৰতিভা দেৱীৰ সোঁৱৰণীত পিতৃয়ে এই বক্তৃতামালাৰ আয়োজন কৰিছিল।

১৯৩৫ খৃঃতে কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক বাণী কান্ত কাকতিয়ে তেওঁৰ গৱেষণা গ্ৰন্থ 'Assamese : its Formation and Development' ৰ বাবে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰিছিল। তেওঁকো চুদমাচন হলতে সম্বৰ্দ্ধনা জনোৱা হয়।

ইংৰাজী সাহিত্যৰ কৃতী অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাই সেই বছৰতে চৰকাৰৰপৰা ৰায় বাহাদুৰ খিতাপ লাভ কৰে। পিছৰ বছৰ তেওঁ উচ্চ শিক্ষাৰ বাবে লণ্ডনলৈ যায়।

মাজতে মিঃ ৰবাৰ্টচ কিছুদিনৰ বাবে ইংলণ্ডলৈ যোৱাত অস্থায়ী অধ্যক্ষ স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰিছিল সতীশ চন্দ্ৰ ৰায়ে।

কটন কলেজৰ সেই সময়ৰ আলোচনা চক্ৰবোৰ বৰ সজীৱ। ইংৰাজী, অৰ্থনীতি, বুৰঞ্জী আৰু দৰ্শনৰ আলোচনা চক্ৰ (চেমিনাৰ) আছিল সক্ৰিয়।

ইংৰাজী বিভাগৰ আলোচনা চক্ৰত আগভাগ লৈছিল ৰায়হান শাহে। তেওঁ আছিল কিছুদিন ইয়াৰ সম্পাদক। পি, চি, ৰায়, আশুতোষ চেটাৰ্জী, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি আৰু হৰেন্দ্ৰকুমাৰ চৌধুৰী ইংৰাজী বিভাগৰ অধ্যাপক।

ইংৰাজী বিষয়ৰ আলোচনা চক্ৰখন আছিল বৰ নিয়মীয়া। আলোচনা চক্ৰত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল অনাৰ্চৰ ছাত্ৰসকলে। অনাৰ্চৰ ছাত্ৰ হিচাপে হেম বৰুৱাই আলোচনা চক্ৰত দুই চাৰিখন ৰচনা পাঠ কৰিছিল। চক্ৰত পাঠ কৰা ৰচনাবোৰৰ বিষয়ে ছাত্ৰ-সকলে আলোচনা কৰে আৰু অধ্যাপক সকলে ভুল-ভ্ৰান্তিসমূহ আঙুলিয়াই দেখুৱায়। সেই সময়ত হেম বৰুৱা আছিল পি চি ৰায়ৰ প্ৰিয় ছাত্ৰ।

সেই সময়ত কটন কলেজত অসমীয়া বিভাগৰ অৱস্থা শোক লগা। কটন কলেজত অসমীয়া বুলি এটা বিভাগেই নাছিল। অসমীয়া পঢ়ুওৱা অধ্যাপক দিবাকৰ গোস্বামী সংস্কৃতৰ অধ্যাপক। তেওঁ সপ্তাহত প্ৰতি ক্লাছৰে দুটাকৈ মুঠতে আঠোটা ক্লাছত অসমীয়া পঢ়ুৱায়। অসমীয়াৰ মাত্ৰ এখন প্ৰশ্ন কাকত। অসমীয়া বিষয়ৰ কোনো আলোচনা চক্ৰ (চেমিনাৰ) নাই।

প্ৰথমতে কটন কলেজত অসমীয়া পঢ়ুৱাইছিল কলেজিয়েট হাইস্কুলৰ শিক্ষক ৰামেশ্বৰ বৰুৱা, লক্ষ্মীনাথ শৰ্মা আৰু আইনজীৱী সত্যনাথ বৰাই (১৯১৩–২৪)। পিছত অৰ্থনীতিৰ অধ্যাপক উমাকান্ত গোস্বামী (১৯২৪–২৭) আৰু দিবাকৰ গোস্বামীয়ে পঢ়ুৱায় (১৯২৭–৪৪)।

ল'ৰাৰ মনতো অসমীয়া বিষয়টো এটা পঢ়িব লগা বিষয় নহয়। বিষয়টোৰ প্ৰতি কোনো ধৰণৰ seriousness নাই। অসমীয়া বিষয়ত বেছি নম্বৰ পোৱাসকল যেন 'গাৱঁলীয়া ল'ৰা'। কম নম্বৰ পোৱাটোহে আভিজাত্যৰ চিন। আনকি কলিকতাতো বঙলা ভাষাৰ প্ৰতি এক সময়ত তেনে হেয় মনোভাব। বঙলা বিষয়ত বেছি নম্বৰ পোৱা সকলো 'পাড়া গেয়েঁ ছেলে'।

অৱশেষে ১৯৪১-৪২ খৃঃৰ পৰাহে অসমীয়া বিষয়ত এম এ পাচ কৰি ওলায়। কটন কলেজত অসমীয়া বিষয়টো পঢ়িব লগা আকৰ্ষণীয় বিষয় কৰি তোলাত বিৰিঞ্চি কুমাৰ বৰুৱাৰ দান সকলো-তকৈ বেছি। ১৯৩৮ খৃঃত তেওঁ কটন কলেজত অধ্যাপক নিযুক্ত

হয়। আই এ আৰু বি এ শ্ৰেণীত অসমীয়া দ্বিতীয় ভাষা শিকোৱাৰ ব্যৱস্থা কৰা হয়। ইংৰাজী সাহিত্যৰ নিচিনাকৈ অসমীয়া বিষয়টো তুলনামূলক অধ্যয়নৰে পঢ়ুৱাই আকৰ্ষণীয় কৰিছিল বিৰিঞ্চি কুমাৰ বৰুৱাই। ১৯৪৩ খৃঃৰ পৰা কটন কলেজত অসমীয়া বিভাগ এটা স্বকীয়া বিভাগত পৰিণত হয়।

কলেজলৈ যোৱাৰ আগমুহূৰ্তলৈকে হেম বৰুৱাই জোতা পিন্ধা নাছিল। কলেজত নাম লিখোঁতে প্ৰথমতে এযোৰ ক'লা জোতা কিনি পিন্ধিছিল। গুৱাহাটীলৈ আহি দেউতাকৰ নিৰ্দেশক্ৰমে এজন আপোন মানুহক শ্ৰদ্ধা জনাবলৈ গ'ল। তেওঁক দেখিয়ে যেতিয়া কলেজত পঢ়িবলৈ অহা বুলি জানিলে তেতিয়া হেনো উপলুঙাৰ সুৰত কলে, "তই বিনন্দীৰ পুতেক নহয়নে? বিনন্দীয়ে ল'ৰা কলেজত পঢ়ুৱাব পৰা হলেইনে? বহুত পইচা হৈছে নেকি বাপেৰৰ?" আওঁপকীয়া সুৰৰ কথাষাৰ ছাত্ৰ হেমবৰুৱাৰ মনত বৰকৈ লাগিছিল।

কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়োতে প্ৰথমতে তেওঁ এখন নিৰ্বাক কথাছবি চাইছিল। ছবিখনৰ নায়ক ডগলাচ ফেয়াৰ বেংক্স। ছবিখনৰ পৰ্দাৰ শেষ বাক্যটো আছিল "Friendship is born of God. It persists in life and even beyond."

নিউ হোষ্টেলত মেছ চেক্ৰেটাৰী থকা সময়ত এদিন তেওঁ মাটি মাহৰ দালি ছুপৰীয়াৰ সাজত দিব বিচাৰিলে। কাৰোবাৰ মাটিমাহ খোৱাত আপত্তি আছে নে জানিব বিচাৰিলে। যি কেইজন ছাত্ৰই মাটি মাহ খোৱাত আপত্তি জনালে আটাই কেইজন ছাত্ৰই গাৰ'ব।

১৯৩৬ খৃঃত হেম বৰুৱাই ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণীত অনাৰ্চ লৈ বি এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। প্ৰসন্ন কুমাৰ সেন আৰু নিৰঞ্জন চক্ৰৱৰ্তী অঙ্ক আৰু ৰসায়নত প্ৰথম শ্ৰেণী লাভ কৰা ছাত্ৰ। ইংৰাজীত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লাভ কৰা ছাত্ৰ তিনিজন দোনেলটা পাৱাহ, হেমকান্ত শৰ্মা বৰুৱা আৰু সমৰেন্দ্ৰ নাৰায়ণ সেন।

---

* ডাক পখিলী পৃঃ ৬১

কৰুণানন্দ দত্ত আৰু ৰজনীকান্ত দেৱশৰ্মা বুৰঞ্জী আৰু সংস্কৃতত দ্বিতীয় শ্ৰেণীত প্ৰথম স্থান লাভ কৰা ছাত্ৰ। দ্বিতীয় শ্ৰেণীত অনাৰ্চ লাভ কৰা আন আন ছাত্ৰসকল সংস্কৃতত দণ্ডেশ্বৰ গগৈ, দৰ্শনত দুলাল চন্দ্ৰ ভূঞা, গোপাল চন্দ্ৰ শৰ্মা বৰুৱা, হৰেশ্বৰ গোস্বামী, কুশদেৱ গোস্বামী, অৰ্থনীতিত মহিমুদ্দিন আহম্মদ, কমলাকান্ত বৰুৱা, সত্যনাথ বৰুৱা, গোপাল চন্দ্ৰ বৰুৱা, সতীশ চন্দ্ৰ কাকতী।

সেই বছৰ কৃতিত্বৰে প্ৰথম বিভাগত আই এছ চি পাচ কৰা ছাত্ৰসকলৰ ভিতৰত আছে লীলাধৰ শৰ্মা কটকী, দীননাথ শৰ্মা, পৱন চন্দ্ৰ মহন্ত, বাহাৰুল ইচলাম, তাৰিণীকান্ত ভট্টাচাৰ্য্য, মহেশ্বৰ নেওগ, যাদৱানন্দ দাস আৰু প্ৰথম বিভাগত আই এ পাচ কৰা সকলৰ ভিতৰত উমাকান্ত শৰ্মা, দ্বিজেন্দ্ৰ নাথ শৰ্মা, দুৰ্গাৱতী শইকীয়া, ঘনকান্ত লস্কৰ, সত্যেন্দ্ৰ নাথ শৰ্মা, হৰগোবিন্দ শৰ্মা, নৰেন্দ্ৰনাথ শৰ্মা, জয়ভদ্ৰ হাগজেৰ, দেৱেন্দ্ৰ নাথ বৰা, লক্ষীদা হাজৰিকা, অজয় কুমাৰ মেচ, বন্ধুৰাম কছাৰী আৰু বিমান চন্দ্ৰ বৰা।

## কলিকতা বিশ্ববিদ্যালয়

১৯৩৬ খৃঃত হেম বৰুৱা কলিকতা বিশ্ববিদ্যালয়ৰ এম এ শ্ৰেণীত ভৰ্তি হয়। বায়হান শাহ, সুৰেশ চন্দ্ৰ ৰাজখোৱা, হৰিপ্ৰসাদ ৰাজখোৱা, হিতেন্দ্ৰ কুমাৰ বৰুৱা সেই সময়ৰ ষষ্ঠ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ।

কলিকতাত পঢ়া বহুতো অসমীয়া ছাত্ৰই বিশ্ববিদ্যালয়ৰ হোষ্টেলত বাস নকৰি বাস কৰিছিল হোটেল নাইবা মেছ আদিত। হোটেল বা মেছত থাকিলে সাধাৰণতে ছাত্ৰাবাসতকৈ কম খৰছত পঢ়িব পাৰি। বেছি ভাগ অসমীয়া ছাত্ৰৰে আৰ্থিক অৱস্থা ভাল নহয়। কম খৰছতে শিক্ষা গ্ৰহণ কৰাৰ বাহিৰে গত্যন্তৰ নাই।

সেই বছৰ এম এ পঢ়িবলৈ যোৱা পঞ্চম বাৰ্ষিকৰ ছাত্ৰসকলৰ ভিতৰত কৰুণানন্দ দত্ত, দন্দেশ্বৰ গগৈ, ৰজনীকান্ত দেৱশৰ্মা, দুলাল চন্দ্ৰ ভূঞা প্ৰভৃতি অন্যতম। এওঁলোকৰ ভিতৰত সৰহ ভাগেই বাস কৰিছিল ছাত্ৰাবাসৰ বাহিৰত।

কলিকতাত হেম বৰুৱাই প্ৰথমতে বাস কৰিছিল আইডিয়েল হোমত। হৰেন্দ্ৰ নাথ কলিতা আইডিয়েল হোমৰ স্থায়ী বাসিন্দা স্বৰূপ। কলিকতালৈ যোৱা অসমীয়া মানুহৰ বাবে হৰেন্দ্ৰ নাথ কলিতা Friend, Philosopher and Guide স্বৰূপ। তেওঁৰ বাবেই আইডিয়েল হোমত থকা অসমীয়া মানুহৰ সংখ্যা সৰহ। হেম বৰুৱাই পিছত আন আন ঠাইতো বাস কৰিছিল।

সুৰেশ চন্দ্ৰ ৰাজখোৱা বুৰঞ্জীৰ ছাত্ৰ। তেওঁ এম এ পৰীক্ষা দিয়াৰ সময়ত হেম বৰুৱা ওচৰা ওচৰিকৈ আছিল। বুৰঞ্জীৰ এখন প্ৰশ্ন ৰচনাৰ। পৰীক্ষাৰ সময়ত ৰাজখোৱাই ৰচনা এখন একপ্ৰকাৰ মুখস্থ কৰাৰ নিচিনা হৈছিল। তেওঁ ৰচনাখন ৰাতিপুৱা দাঁত ঘঁহি ঘঁহি হেম বৰুৱাক মুখস্থ মাতি শুনাইছিল। ৰাজখোৱা পৰীক্ষা দিবলৈ যোৱাত হেম বৰুৱাৰ চিন্তা হ'ল যদি সেইখন ৰচনাৰ প্ৰশ্ন পৰীক্ষাত নহাকৈ থাকে তেতিয়া হলে ৰাজখোৱাৰ কি অৱস্থা হব। কথাটো ভাবি পৰীক্ষাৰ সময়ত তেওঁ উচপিচাই আছিল। ৰাজখোৱাই পৰীক্ষা গৃহৰ পৰা ওলাই আহি সেইখন ৰচনাই পৰীক্ষাত লিখিব পাৰিছে বুলি জানিহে নিশ্চিন্ত হব পাৰিলে। ৰাজখোৱাই এম এ পৰীক্ষাত বুৰঞ্জীত প্ৰথম শ্ৰেণী লাভ কৰিছিল।

কলিকতাৰ আন এখন হোটেলত ভালে কেইজন অসমীয়া ছাত্ৰৰ লগত হেম বৰুৱাও বাস কৰিছিল। এজন অসমীয়া ছাত্ৰৰ হোটেলখনত কেইবা মাহৰো টকা বাকী আছিল। শেষত তেওঁ এপদ এপদকৈ বস্তু-বাহানিবোৰ হোটেলৰ পৰা আঁতৰালে। এদিন আবেলি হাতত থকা বেহেলাখন ঘুৰাই ঘুৰাই সচৰাচৰ আবেলি ওলাই যোৱাৰ দৰে ওলাই গ'ল। ওলাই গ'ল যে গ'ল আৰু ঘূৰি নাহিল। দুদিনমান অপেক্ষা কৰি উভতি নহা দেখি হোটেলৰ মালিকে তলা খুলি চালে। শোৱা খাটখনৰ ওপৰত সুন্দৰকৈ ফটা কাগজ আৰু কাপোৰ কিছুমান বিচনাৰ দৰে ৰাখি তাৰ ওপৰত ফটা ধুতি এখন সুন্দৰকৈ পাৰি থৈছে। হোটেলৰ মালিকে কি কৰিব,

উপায় নাই। সিদিনাৰে পৰা আন অসমীয়া লৰা'বোৰক শুনাই শুনাই অসমীয়াক ধৰি অশ্লীল ভাষাৰে গালি পাৰিবলৈ ধৰিলে। তাত থকা অসমীয়া ছাত্র কেইজনৰ গালি শুনাৰ বাহিৰে গত্যন্তৰো নাছিল। ছাত্র জীৱনৰ বহুতো ছাত্রৰে এনে আমোদজনক কাহিনী শুনা যায়।

হেম বৰুৱা ইংৰাজী সাহিত্যৰ ছাত্র যদিও কথাৰ মাজতে ইংৰাজী শব্দ কোৱাটো তেওঁ পছন্দ নকৰিছিল। এবাৰ এগৰাকী বান্ধৱীয়ে কথাৰ মাজতে এঙামুখি দি হাত দুখন ওপৰলৈ কৰি কলে, "মই winterত বৰ fatigued feel কৰো"। বাক্যবাৰিৰ সাতটি শব্দৰ ভিতৰত কোৱা তিনিটি ইংৰাজী শব্দই হেম বৰুৱাৰ কাণত বৰকৈ বাজিছিল। পিছত তেওঁ এটি কবিতাত কথাষাৰ প্রকাশ কৰিছিল—

'এজনী বিদ্যাৱতী গাভৰুৱে ক'লে :
winter ত মই ই মা ন
fatigued feel কৰো
'হায় বাণী কান্ত
তুমি ঘোপ মৰা এন্ধাৰত'
—'জাপানী কবিতাৰ নমুনাত এক ডজন কবিতা'।

ডক্টৰ হীৰেণ মুখাৰ্জী, প্রিয়ৰঞ্জন সেন, হুমায়ুন কবীৰ প্রভৃতি বৰেণ্য শিক্ষাবিদ সকল হেম বৰুৱাৰ শিক্ষাগুৰু। ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণ সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ দৰ্শনৰ অধ্যাপক। ডক্টৰ ৰাধাকৃষ্ণণে মাজে মাজে কলিকতা বিশ্ববিদ্যালয়ত দৰ্শনৰ বিষয়ে একোটি সাৰগৰ্ভ বক্তৃতা দিছিল। হেম বৰুৱা ডক্টৰ ৰাধাকৃষ্ণণৰ বক্তৃতাৰ নিয়মীয়া শ্রোতা।

সমৰ সেন তেওঁৰ বিশ্ববিদ্যালয়ৰ সহপাঠী।

## এ এছ এল ক্লাব

অসমৰ সাহিত্য সংস্কৃতিৰ বিকাশত কলিকতা এ এছ এল ক্লাবৰ

ভূমিকা গুৰুত্বপূৰ্ণ। মাথ বিহুত বোটানিকেল গাৰ্ডেনত বিহু পতা, আৰু নানান সভা-সমিতিবোৰ এ এছ এল ক্লাব সক্ৰিয়। হেম বৰুৱা ইয়াৰ কেৱল নীৰৱ দৰ্শক। তেওঁৰ কোনো সক্ৰিয় ভূমিকা নাছিল।

১৯৩৬ খৃঃত কলিকতা বিশ্ববিদ্যালয়ে কলিকতাৰ বিভিন্ন কলেজত আই এ, বি এ পঢ়া অসমীয়া লৰাক অসমীয়া পঢ়ুৱাবৰ বাবে অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাক অধ্যাপক নিযুক্ত কৰিছিল। এই কাৰ্য্যৰ মূলতেও এ এছ এল ক্লাবৰ নেৰাঁনেপেৰা প্ৰচেষ্টা। কলিকতা এ এছ এল ক্লাবে এই বিষয়ে নানান প্ৰস্তাৱ আদি গ্ৰহণ কৰি আন্দোলন চলাই আছিল। অসম কাউন্সিলতো এই বিষয়ে প্ৰশ্ন তোলা হৈছিল। অসম চৰকাৰেও বিশ্ববিদ্যালয়ে অসমীয়া পঢ়ুৱাব লাগে বুলি টানি অনুৰোধ কৰিছিল। যেহেতু আণ্ডাৰ গ্ৰেজুৱেটৰ শিক্ষাৰ ভাৰ গৱৰ্ণমেণ্টৰ ওপৰত। বিশ্ববিদ্যালয়ে অসমীয়া অধ্যাপক নিয়োগ কৰিবলৈ সম্মতি প্ৰকাশ কৰি খৰছৰ আধা অসম চৰকাৰৰ পৰা বিচাৰিছিল। খৰছৰ আধা বিচৰাত অসম চৰকাৰে মূৰ পিচলা দি উত্তৰ দিলে, 'dropped on financial consideration.'

অসম চৰকাৰে মূৰ পিচলা দিলে যদিও বিশ্ববিদ্যালয়ৰ ডেকা উপাচাৰ্য্য ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জী পিছ নুহুহকিল। বিশ্ববিদ্যালয়ৰ খৰছতে প্ৰথমতে দুবছৰলৈ এই ব্যৱস্থা কৰিবলৈ স্থিৰ কৰি বিৰিঞ্চি কুমাৰ বৰুৱাক অধ্যাপক নিয়োগ কৰিলে। ১৯৩৭ খৃঃত বিৰিঞ্চি কুমাৰ বৰুৱাক বিশ্ববিদ্যালয়ে পালি বিভাগৰো পাৰ্ট টাইম অধ্যাপক নিয়োগ কৰিছিল। ডক্টৰ মুখাৰ্জীৰ সৌজন্যতে ১৯৩৮ খৃঃৰ পৰা কলিকতা বিশ্ববিদ্যালয়ত পোন প্ৰথম বাৰৰ বাবে অসমীয়া ভাষা সাহিত্যৰ এম এ শ্ৰেণী খোলা হয়। এম এ শ্ৰেণী খোলাৰ গুৰিতেও আছিল বিৰিঞ্চি কুমাৰ বৰুৱা। বিৰিঞ্চি কুমাৰ বৰুৱা, অম্বিকা নাথ বৰা আৰু যতীন্দ্ৰ নাথ দুৱৰা আছিল এম এ শ্ৰেণীৰ অধ্যাপক। বিৰিঞ্চি কুমাৰ বৰুৱা কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হোৱাত তেওঁৰ ঠাই পূৰণ কৰিলে তীৰ্থনাথ শৰ্মাই।

'সাহিত্য সমালোচনা' কলিকতা এ গ্ৰছ এল ক্লাবৰ দ্বাৰা প্ৰকাশিত এখন প্ৰবন্ধ সংকলন (১৯৪১ খৃঃ)। উক্ত গ্ৰন্থত হেম বৰুৱাৰ 'কবিতা' শীৰ্ষক এটি আলোচনা প্ৰকাশ হৈছিল।

কলিকতাত পঢ়া সময়তে তেওঁ দুই এটি গল্পও লিখিছিল। 'হিয়াৰ মিলন' নামৰ গল্প এটি প্ৰথমতে আৱাহনত (৮ম বছৰ, ৩য় সংখ্যা, ফাগুন ১৮৫৮ শক, ইং ১৯৩৬) প্ৰকাশ হয়। লিখকৰ নাম শ্ৰীযুত হেমকান্ত শৰ্মা বৰুৱা, বি এ। তেতিয়া তেওঁ এম এ মহলাৰ ছাত্ৰ। তেওঁ মোপাঁছাৰ "নেকলছ" গল্পটো অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰিছিল।

দুবছৰ কলিকতা বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি ১৯৩৮ খৃঃত ইংৰাজী সাহিত্য (বি গ্ৰুপ)ত দ্বিতীয় শ্ৰেণী লাভ কৰি এম এ পৰীক্ষাত উত্তীৰ্ণ হ'ল। একালত যোৰহাটত দুষ্ট ল'ৰা বুলি খ্যাত, ভাল মানুহৰ চৌহদত খেলিবলৈ যাওঁতে চৌহদৰ পৰা হুতুখেদা দিয়া, স্কুললৈ গৈ গছত উঠি থকা, মোমায়েকে উপায় নাপাই চাহ বাগিছাত চাকৰি কৰিবলৈ পৰামৰ্শ দিয়া দুষ্ট ল'ৰাটো আৰু সৰহকাল দুষ্ট ল'ৰা হৈ নাথাকি সুখ্যাতিৰে বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হ'ল।

# যোৰহাট ঃ ঘৰুৱা জীৱন 4

এম এ ডিগ্ৰী লাভ কৰাৰ আগলৈকে হেম বৰুৱা তেজপুৰ, গুৱাহাটী, কলিকতাৰ ছাত্ৰাবাস, মেছ আদিত থাকি পঢ়া-শুনা কৰা ছাত্ৰ। বন্ধ হলেহে ঘৰলৈ যায়।

কলিকতাত পঢ়া কালছোৱাত এবাৰ বন্ধত ঘৰলৈ আহিছে। ঘৰৰ বাঁৰান্দাত তেওঁক দেখিয়ে ভনীয়েক আইভি ভিতৰলৈ গৈ মাকক কলে—"মা মা কোনোবা মানুহ এজন আহিছে।" মাকে ওলাই গৈ দেখিলে আন মানুহ নহয়, বৰপুত্ৰ হেম বৰুৱাহে। মাকে ভেকাহি মাৰি কলে, 'ক'ৰ মানুহ আহিল? সেয়া ককায়েৰহে'। আচলতে বাহিৰে বাহিৰে পঢ়ি-শুনি বহুদিনৰ মূৰত মাজে মাজে ঘৰলৈ অহা বাবে ভনীয়েকে চিনিব পৰা নাছিল।

হেম বৰুৱাৰ ভায়েক ভনীয়েকসকলৰ প্ৰতি বৰ মৰম। পূজাৰ বন্ধত আহিলে কাপোৰ-কানি লৈ আহিবই। ভনীয়েক কেইজনী অলপ বেছি মৰমৰ। সকুতে ভনীয়েক কেইজনীক তেওঁ মূৰ চুচি নিজেই ধুনীয়া ধুনীয়া ৰিবন বান্ধি দিয়ে।

সৰুৰে পৰা ভায়েকহঁতৰ নিয়মানুৱৰ্হিতাৰ ওপৰত বৰ চকু। সদায় শৌচ কৰি গা-পা ধুইহে ভাত-পানী খাব লাগিব। তাৰ পিছতহে স্কুললৈ যাব পাৰিব। এদিন এজন ভায়েক শৌচ নকৰাকৈ স্কুললৈ যাবলৈ ওলোৱাত তেওঁ মাৰ সোধালে। ভায়েকজনেও খঙতে ভাত নোখোৱাকৈ স্কুল পালেগৈ। হেম বৰুৱাই স্কুললৈ গৈ হেড মাষ্টৰক সেই কথা জনালে। হেড মাষ্টৰে তেওঁৰ আগতে ভায়েকক মাতি আনি হাতত বেতডাল ললে। দেখিলে হেড মাষ্টৰৰ হাতত

আৰু মাৰ খায়। এইবাৰ তেওঁৰ মন কুমলিল আৰু কলে "ঘৰতে ভালদৰে দিছো নহয় চাৰ, আজিলৈ আৰু হব।" ভায়েকসকলৰ প্ৰতি মৰমো আছিল।

দুজন ভায়েকে আকৌ ঘৰতে বৰকৈ কাজিয়া কৰি থাকে। কাজিয়া কৰিলে তেওঁ মাজে মাজে চুলিত ধৰি একোচাট দিয়ে। এজনৰ চুলি অলপ দীঘল। গতিকে ধৰিবলৈ অলপ সুবিধা। এদিন মাৰিবলৈ হাত দাঙি উঠোতে এজনে বিদ্ৰোহ কৰি বলে, "দাদা! এতিয়া ডাঙৰ হৈছো, মেট্ৰিক ক্লাচ পালোহি। এতিয়া আৰু মাৰ খোৱা বয়স নাই।"

তেনেকৈ কবলৈহে পালে 'কুবুৰ' বুলি দীঘল চুলি কোচাত ধৰি সিদিনা এচাত বেছিকৈহে দিলে।

ডেকা কালত সাপ বুলিলে হেম বৰুৱা ৰব নোৱাৰে। সৰু হওঁক, ডাঙৰ হওঁক, কাপোৰ কোচাই লৈ তেওঁ মাৰিবই।

আন দহজনৰ দৰে পিতৃয়ে ভাবিছিল ৰবপুত্ৰ নিশ্চয় হাকিম, মুন্সিফ কিবা এটা হব। আৰু ঘৰখন ঠন ধৰি উঠিব। হাকিম হবলৈ হলে চাহাবী সাজ-পোছাক পিন্ধি ঘোঁৰাত উঠিব জানিব লাগিব। সেইবাবে পিতৃয়ে তেওঁক এজোৰ চুট চিলাবলৈ চিকাৰূপ দুকুৰি টকা উলিয়াই দিলে। সেই সময়ত সৰহ ভাগ ছাত্ৰৰে সাজ-পোছাক ধুতি চোলা। তেওঁৰো সাজ-পাৰ ধুতি চোলা। পিছে হেম বৰুৱাই পিতৃয়ে দিয়া টকাৰে চুট নিচিলাই কিনিলে কেইখন-মান বচা বচা ইংৰাজী কিতাপ।

এবাৰ তেওঁলোকৰ গমিৰিৰ ঘৰলৈ এজন উৰ্দ্ধবাহু সন্ন্যাসী আহিছিল। দেউতাকে তেওঁক হেম বৰুৱাৰ হাতখন দেখুৱালে। হাতখন চাই সন্ন্যাসীয়ে কলে "এওঁ ঘৰত নাথাকে। মঠ-মন্দিৰ থকা ডাঙৰ ঠাইতহে থাকিব।"

আকৌ এবাৰ দেউতাকে যোৰহাটত এজন সম্বন্ধীয় মানুহক সোঁৱৰণীখন দেখুৱালে। দেউতাকৰ ইচ্ছা হাকিম হব পাৰে নে

নোৱাৰে চোৰা। কিন্তু সেঁাৰৰণী চাই ক'লে, "তেওঁ হাকিমতো নহয়েই, বহুদিনলৈকে চাকৰি-বাকৰি একো নহয়।" এই কথাত দেউতাক বৰ ক্ষুণ্ণ হৈছিল আৰু মানুহজনকো বেয়া পাইছিল।

হেম বৰুৱাৰ এজন ভায়েকৰ সেঁাৰৰণীত লিখা আছিল 'জাতক মহাপণ্ডিত হব'। কিন্তু তেওঁ এবাৰ পৰীক্ষাত উত্তীর্ণ হব নোৱাৰিলে। মনতে বিদ্রোহ ভাব জাগিল। ক'ৰবাত জাতক মহাপণ্ডিত পৰীক্ষাত উত্তীর্ণ নহয়নে? গতিকে সেঁাৰৰণীখন ঠিক নহয়। যেনে চিন্তা তেনে কাম। এদিন সেঁাৰৰণীখনকে পুৰি পেলালে। ককায়েকক দেখি আনজন ভায়েকেও সেঁাৰৰণীখন অগ্নিত অর্পণ কৰিলে।

হেম বৰুৱাৰ নিজৰো সেঁাৰৰণী চোৱাৰ প্রতি আছিল দুর্বলতা বেছি। যোৰহাটত থকা সময়ত তেওঁ. উপেন ৰাজখোৱা আৰু এজন বন্ধুৱে হাত চোৱা বিদ্যা চর্চা কৰিবলৈ আৰম্ভ কৰিছিল।

স্কুলীয়া কালছোৱাত বাহিৰা কিতাপ পঢ়াৰ প্রতি তেওঁৰ সিমান ৰাপ নাছিল। কলেজীয়া জীৱনৰ আগছোৱাটো তেওঁৰ অধ্যয়ন পাঠ্যপুথিতে সীমাবদ্ধ। ইংৰাজী সাহিত্যত অনার্চ পঢ়াৰ লগে লগে তেওঁক বিস্তৃত অধ্যয়ন কৰা দেখা যায়। কলিকতাত এম এ পঢ়োতে বাহিৰা পুথি পঢ়াৰ ধাউতি আৰু বাঢ়ি গ'ল। ঘৰৰ পৰা পঠোৱা হিছাপৰ টকা কেইটাৰে কট্‌কিনাকৈ চলি দুটা টকা ৰাহি কৰিছিল দুই এখন কিতাপ কিনিবলৈ। ঘৰত নিবনুৱা হৈ বহি থকা সময়ত পঢ়াৰ ৰাপ আৰু বাঢ়ি গ'ল। পিছৰ জীৱনত তেওঁৰ অধ্যয়নৰ ক্ষেত্রত কোনো শ্রেণী বিভাগ নাছিল। সকলো ধৰণৰ কিতাপকে পঢ়িছিল।

সৰু কালছোৱাত তেওঁলোকৰ গমিৰিৰ ঘৰত কিতাপ বুলিবলৈ আছিল দুখন্ পুথি—এখন বাল্মীকিৰ ৰামায়ণৰ বঙলা 'কীর্তিবাসী' সংস্কৰণ আৰু আনখন 'মহাভাৰতৰ কাশীদাসী' সংস্কৰণ। দিনটোৰ দুখ-ভাগৰৰ অন্তত দেউতাকে দুয়োখন পুথিকে নিশা হলে সুৰ লগাই পঢ়িছিল। হেম বৰুৱাক সৰুকালিৰে পৰা সাহিত্যৰ প্রতি আগ্রহ জন্মোৱাৰ মূলতে এই পুথি দুখন। ঘৰুৱা পৰিৱেশত

মহাভাৰত-ৰামায়ণৰ পঠন-পাঠনে অকল হেম বৰুৱাৰে নহয় আন বহুতো শিশুৰে অন্তৰত ৰেখাপাত কৰিছিল।

পিতৃ-মাতৃ উচ্চ শিক্ষিত নহৈয়ো যে ল'ৰা-ছোৱালীৰ মনত গভীৰ সঁাচ বহুৱাব পাৰি আৰু সুশিক্ষা দিব পাৰি বিনন্দীৰাম শৰ্মা বৰুৱা ইয়াৰ উজ্জ্বল নিদৰ্শন।

তেতিয়াৰ দিনত ৰেডিঅ'ৰ প্ৰচলন আজিকালিৰ দৰে নাছিল। কিন্তু দেউতাকে ঘৰলৈ এটা ৰেডিঅ' আনিছিল। হেম বৰুৱা ৰেডিঅ'টোৰ নিয়মীয়া শ্ৰোতা। তেওঁ ইংৰাজীৰ সুৰলা উচ্চাৰণ শিকিছিল 'বি বি চি'ৰ বাতৰি অনুসৰণ কৰি।

হেম বৰুৱা এজন সদালাপী লোক। তেওঁক কেন্দ্ৰ কৰি যোৰহাটৰ ডেকা সাহিত্যিকসকল মাজে মাজে গোট খায়। তেওঁৰ ঘৰত থকা ৰেডিঅ'টো ইয়াৰ অন্যতম আকৰ্ষণ। তেওঁলোকে নানান ধৰণৰ সাহিত্য আলোচনা কৰিছিল। ভব ৰাজখোৱা, দুলাল পূজাৰীয়ে প্ৰায়ে যোগ দিয়ে। মাজে মাজে যোগ দিয়ে মুনীন বৰকটকী, মহেশ্বৰ নেওগ, বিমলা বৰপূজাৰী প্ৰভৃতিয়ে। মহেশ্বৰ নেওগ এই কালছোৱাতে যোৰহাট চৰকাৰী হাইস্কুল আৰু মিছন হাইস্কুলৰ এৰাধৰাকৈ শিক্ষক।

সমনীয়া বন্ধু-বান্ধৱৰ উপৰিও দুই চাৰিজন ভাতৃস্থানীয় বন্ধুৱেও আলোচনাত ভাগ লয়। হেম বৰুৱা সেই সময়ত 'আৱাহন' আৰু 'বঁাহী'ৰ নিয়মীয়া পাঠক। আৱাহনখন হাতত পৰিলেই তেওঁ তপতে তপতে পঢ়ি ওচৰত পোৱাজনক লৈ তীব্ৰভাৱে সমালোচনা কৰে। সেই কথা স্মৰণ কৰি 'মই লিখো কিয়'ত তেওঁ নিজেই লিখিছে, "নিবনুৱা কালছোৱাত ময়ো এই কামকেই কৰিছিলোঁ। কেৱল সমালোচনা আৰু সমালোচনা। পৃথিৱীত যেন আন একো কামেই নাই। এনেদৰে এদিন ঘৰৰ আগচোতালত বহি হাতত 'আৱাহন' এখন লৈ ছাত্ৰ এজনৰ আগত প্ৰত্যেকটো গল্প, কবিতা, প্ৰবন্ধ কটু ভাষাত সমালোচনা কৰি আছো। এনেতে ছাত্ৰজনে

ঘপৰাই কৈ উঠিল—সম্ভৱতঃ শুনি শুনি অধৈৰ্য্য হৈ। "হেৰি, এইবোৰ মানুহে কিবা এটা নহয় কিবা এটা কৰিছেই। আপুনি এম এ পাছ কৰি কৰিছে কিটো? নিজে নিলিখে কিয়?"

"সেইদিনাই মোৰ চকু মুকলি হ'ল—আনক অযথা সমালোচনা কৰাতকৈ নিজে কিবা এটা কৰা ভাল। এই ছাত্ৰজনৰ ওচৰত আজিও মই কৃতজ্ঞ। লিখিবলৈ এওঁৱেই যে উদগনি দিলে সেইষাৰ কথা মই ওৰেটো জীৱন পাহৰিব নোৱাৰোঁ।"

উক্ত ঘটনাৰ পিছত তেওঁ লিখিবলৈ লয়। কিন্তু প্ৰথমতে তেওঁ ইংৰাজীত লিখি লৈহে পিছত অসমীয়ালৈ অনুবাদ কৰিছিল। এই কালছোৱাতে ৰচনা কৰা তেওঁৰ প্ৰথম প্ৰবন্ধটো 'আধুনিক নাট্য সাহিত্যত ৰিয়েলিজিম আৰু ৰোমান্স' (আৱাহন, দশম বছৰ, পঞ্চম সংখ্যা, ১৯৩৯, এপ্ৰিল)। 'পৰ্নৰাব', 'মেটাৰ লিঙ্কৰ সাহিত্য প্ৰতিভা', 'আধুনিক সাহিত্যৰ প্ৰকৃত লক্ষণ', 'আধুনিক সাহিত্যত শিশুৰ জীৱন', 'আধুনিক সাহিত্যৰ প্ৰকাশ ভঙ্গী' আদি তেওঁৰ এই কালছোৱাৰ ৰচনা।

দুটামান প্ৰবন্ধ প্ৰকাশ হোৱাৰ পিছত পঢ়ুৱৈ সমাজৰ পৰা বেচ সমাদৰ লাভ কৰিলে। 'আৱাহন'ৰ উপৰিও বাঁহীৰ সহযোগী সম্পাদক মুনীন বৰকটকীৰ পৰাও প্ৰবন্ধ বিচাৰি চিঠি আহিল।

প্ৰথম অসমীয়া লিখিবলৈ লৈ তেওঁ ইংৰাজী শব্দৰ অসমীয়া প্ৰতিশব্দ বিচাৰি হাবাথুৰি খাব লগা হৈছিল। বুধীন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ ইংৰাজী অসমীয়া অভিধানত যি অসমীয়া প্ৰতিশব্দ পাইছিল তাকেই ব্যৱহাৰ কৰিছিল। উক্ত অভিধানত মিষ্টিচিজিমৰ অৰ্থ 'গূঢ় গুপ্ত ৰহস্য'। হেম বৰুৱায়ো তেনেভাৱে লিখিছিল।

অসমীয়াত লিখিবলৈ লোৱাত তেওঁক দুই এক শুভাকাঙ্ক্ষীয়ে ইংৰাজীত লিখিবলৈ উদগনি দিলে। ইংৰাজীত লিখিলে অসমৰ বাহিৰত প্ৰচাৰ হ'ব। তেওঁৰ প্ৰথম ইংৰাজী প্ৰবন্ধটো প্ৰকাশ হয় দক্ষিণ ভাৰতৰ 'ত্ৰিবেণী'ত।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'ইন্দ্ৰ মালতী' কথাছবিখন ওলোৱাৰ লগে লগে কথাছবিখন চাই হেম বৰুৱাই ইংৰাজীত এটা সুন্দৰ সমালোচনা লিখিছিল। প্ৰবন্ধটো তেওঁৰ বন্ধু এজনে চাবকৈ নি পিছত নিজৰ নামতে প্ৰকাশ কৰিলে।

১৯৪১ খৃঃৰ ডিচেম্বৰ মাহত যোৰহাটত কেইজনমান ডেকা সাহিত্যিকৰ সৌজন্যত ব'দালি সভা স্থাপন কৰা হয়। সাহিত্য চৰ্চাই আছিল ব'দালি সভাৰ ঘাই কাৰ্য্য। হেম বৰুৱা ব'দালি সভাৰ অন্যতম সদস্য। কমলেশ্বৰ চলিহা, প্ৰেমধৰ ৰাজখোৱা, অমূল্য বৰুৱা, যতিনাৰায়ণ শৰ্মা, ৰাজেন হাজৰিকা, ছৈয়দ আবদুল মালিক, ভৱপ্ৰসাদ ৰাজখোৱা, প্ৰফুল্ল বৰদলৈ, ইক্ৰাম হুচেইন, ধন বাহাদুৰ সোনাৰ, ইব্ৰাহিম আলি প্ৰভৃতি সভাৰ সক্ৰিয় সদস্য।

## সক্ৰিয় ৰাজনীতি আৰু কাৰাবৰণ

স্কুলীয়া ছাত্ৰ স্বৰূপে আন দহজন ছাত্ৰৰ দৰে অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰাৰ বাহিৰে হেম বৰুৱাৰ সক্ৰিয় ৰাজনীতিৰ লগত সম্পৰ্ক নাছিল। তেওঁ প্ৰথমে ৰাজনীতিৰ লগত জড়িত হৈ পৰিছিল ছাত্ৰ ফেডাৰেচনৰ জৰিয়তে। সিয়ো স্বতঃপ্ৰণোদিত নহয়—একপ্ৰকাৰ আকস্মিক। অধ্যয়ন, অধ্যাপনা আৰু বন্ধু-বান্ধৱৰ লগত সন্ধিয়া হলে সাহিত্য চৰ্চা, আড্ডা-এয়েই আছিল তেওঁৰ নিত্য কৰ্ম। কোনো সভা-সমিতিত সভাপতি হোৱা, বক্তৃতা দিয়া বা অংশ গ্ৰহণ কৰাৰ কথা শুনা নাযায়।

১৯৪১ খৃঃৰ মাজভাগত কেইজনমান ছাত্ৰ বন্ধুৰ নেৰানেপেৰা অনুৰোধত তিতাবৰত অনুষ্ঠিত জিলা ছাত্ৰ ফেডাৰেচনত তেওঁ সভাপতি হব লগা হয়।

পৃথিৱী বিয়পা মহাসমৰৰ সময়ত প্ৰধানকৈ দুটা শক্তি গোষ্ঠী – এপিনে বৃটিছ, আমেৰিকা, ফ্ৰান্স আৰু ৰুচদেশ আৰু আনপিনে জাৰ্মান, জাপান আদি। প্ৰথম গোষ্ঠীক মিত্ৰপক্ষীয় আখ্যা দিয়া হৈছিল। এই যুদ্ধক মিত্ৰপক্ষীয় গোষ্ঠীয়ে জনযুদ্ধ (People's War)

আখ্যা দি বিচাৰিছিল জনগণৰ সহায়। আৰু ভাৰতবাসীকো জনযুদ্ধত সহায় কৰিব লাগে বুলি মিত্ৰপক্ষীয় গোষ্ঠীৰ হৈ ইংৰাজ-বিলাকে আহ্বান জনাইছিল। এই আহ্বানত সঁহাৰি জনাইছিল ভাৰতীয় কমিউনিষ্ট পাৰ্টিয়ে। কিন্তু ইয়াৰ বিৰোধিতা কৰিছিল ভাৰতীয় জাতীয় কংগ্ৰেছে।

কমিউনিষ্ট পাৰ্টিৰ দ্বাৰা প্ৰভাৱান্বিত ভাৰতীয় ছাত্ৰ ফেডাৰেচনে এই জনযুদ্ধৰ প্ৰস্তাৱত সঁহাৰি জনাইছিল। কিন্তু তেওঁলোকৰ প্ৰস্তাৱত ছাত্ৰ ফেডাৰেচনৰ প্ৰাদেশিক আৰু জিলা সংগঠন-বিলাকৰো অনুমোদনৰ প্ৰয়োজন হ'ল।

কিন্তু ছাত্ৰ ফেডাৰেচনৰ সৰহভাগ সদস্যৰে জনযুদ্ধৰ প্ৰস্তাৱত একমত নাছিল। বৰং কংগ্ৰেছৰ দ্বাৰা প্ৰভাৱান্বিত ছাত্ৰসকল আছিল ইয়াৰ বিৰোধী। যোৰহাট জিলা ছাত্ৰ ফেডাৰেচনৰ সভাত এই প্ৰস্তাৱ অগ্ৰাহ্য কৰা হ'ল। ফলত কমিউনিষ্টপন্থী সম্পাদক আৰু সভাপতি পদত্যাগ কৰিবলগীয়া হয়।

ইয়াৰ পিছতে তিতাবৰত হবলগীয়া জিলা ছাত্ৰ ফেডাৰেচনৰ বছৰেকীয়া সভাত হেম বৰুৱাক সভাপতি নিৰ্বাচিত কৰা হয়। হেম বৰুৱাই প্ৰথমতে সভাপতি হবলৈ কোনোমতে সন্মতি জনোৱা নাছিল। এদিন উদ্যোক্তাসকলে তেওঁৰ মাকৰ হতুৱাই কলে। তেওঁৰ ওপৰত মাকৰ প্ৰভাৱ আছিল বেছি। "মাতিলে ৰণলৈ যাবা, নামাতিলে ভোজলৈকো নাযাবা"—এই দৃষ্টান্তৰে মাকে তেওঁক সন্মত কৰালে। [৫]

উদ্যোক্তাসকলে হেম বৰুৱাক এনেদৰে বিচৰাৰ কাৰণ আছিল তেওঁলোকক এজন জনযুদ্ধত বিৰোধিতা কৰা সভাপতি লাগে। তেওঁলোকৰ দৃঢ় বিশ্বাস হেম বৰুৱাই কেতিয়াও জনযুদ্ধত সমৰ্থন নকৰে। অৱশ্যে হেম বৰুৱাই জনযুদ্ধত সহায় কৰে নে নকৰে এই বিষয়ে ছুই একে সন্দেহ প্ৰকাশ কৰিছিল।

যোৰহাটৰ টোকলাই চাহ গৱেষণা কেন্দ্ৰৰ সঞ্চালক মিঃ টনষ্টল

এগৰাকী বিদ্যোৎসাহী লোক। হেম বৰুৱাৰ লগত তেওঁৰ বন্ধুত্ব। ইপিনে জনযুদ্ধৰ সমৰ্থনৰ বাবে গঠন কৰা চৰকাৰী অনুষ্ঠানসমূহৰ লগত মিঃ টনষ্টলৰ ঘনিষ্ঠ সম্পৰ্ক। সেইবাবে কিছুমানে সন্দেহভাব প্ৰকাশ কৰিছিল মিঃ টনষ্টলৰ বন্ধু হেম বৰুৱাই জানো জনযুদ্ধত সহযোগিতাৰ বিৰোধিতা কৰিব। পিচে সেই সন্দেহ আছিল অমূলক। [৫]

হেম বৰুৱাৰ সভাপতিত্বত জিলা ছাত্ৰ ফেডাৰেচনৰ বাৰ্ষিক অধিবেশনত জনযুদ্ধত সহযোগিতাৰ প্ৰস্তাৱ অগ্ৰাহ্য হ'ল। জনযুদ্ধৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰি স্বাধীনতা সংগ্ৰামৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল।

তিতাবৰ অধিবেশনত হেম বৰুৱাই সভাপতি আছিল যদিও সভাৰ কাম পৰিচালনা কৰিছিল সভাপতিৰ কাষতে বহি থকা বাগ্মীবৰ নীলমণি ফুকনে। তিতাবৰ অধিবেশনৰে পৰা এবছৰ কাল তেওঁ সভাপতি স্বৰূপে থাকিব লগা হ'ল। ইয়াৰ দুমাহৰ পিছত বাহনাত ছাত্ৰ ফেডাৰেচনৰ ফালৰ পৰা এটা শিবিৰ পতা হৈছিল। এই শিবিৰো আনুষ্ঠানিকভাৱে মুকলি কৰিছিল সভাপতি স্বৰূপে হেম বৰুৱাই। [৫] ইয়াৰ পিছতে বিয়াল্লিছৰ গণ আন্দোলন আৰম্ভ হয়। হেম বৰুৱা তেতিয়া জে বি কলেজৰ অধ্যাপক।

বিয়াল্লিছৰ আন্দোলনৰ সময়তে যোৰহাটত পালন কৰা হৈছিল ছাত্ৰ দিৱস। অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰা ছাত্ৰসকলক পুলিচে গ্ৰেপ্তাৰ কৰে আৰু সন্ধিয়া হলে মটৰত ভৰাই বহু দূৰত নি এৰি থৈ আহিছিল। কিছুমান পুলিচ বিষয়া আৰু চৰকাৰী বিষয়া আন্দোলনকাৰীৰ প্ৰতি আছিল অতি কঠোৰ। তেওঁলোকে অমানুষিক অত্যাচাৰ কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল। আনহাতে জিলা প্ৰশাসককে ধৰি এচাম পুলিচ বিষয়া আছিল সহানুভূতিশীল।

পুলিচ বিষয়া দুজনমানে গ্ৰেপ্তাৰ কৰা ল'ৰাসকলক ক'ত এৰি দিয়া হব আগধৰি হেম বৰুৱা প্ৰভৃতি দুই এজন ছাত্ৰ নেতাক জনাই

---

[৫] ত্ৰৈলোক্য নাথ শৰ্মা—'হেম বৰুৱা যোৰহাট কঠিয়াতলীত'

দিয়ে। তেওঁলোকেও সেইমতে মটৰ গাড়ী আদি পঠিয়াই আৰু মাজবাটতে এৰি থৈ অহা ছাত্ৰসকলক তুলি লৈ আহে। কেতিয়াবা 'পুলিচৰ গাড়ী আৰু ওভোটাই আনিব যোৱা মটৰ গাড়ী প্ৰায় একেলগে যোৱাও দেখা যায়।

এদিন কিছুমান ছাত্ৰনেতাক গ্ৰেপ্তাৰ কৰা হ'ল। গ্ৰেপ্তাৰ কৰা হাকিমজন আছিল এগৰাকী সম্ভ্ৰান্ত অসমীয়া। পিছত কেনো হাকিমজনে পুলিচ থানালৈ আহি গৰ্বেৰে ক'লে—"চাওঁ মই গ্ৰেপ্তাৰ কৰা ল'ৰাবোৰ ক'ত?" এই কথা শুনি দুজনমান ছাত্ৰৰ কথা গাজত লাগিল। এদিন নিশা পায়খানাৰ টিন এটি তুলি নি হাকিমজনৰ ঘৰত ঢালি থৈ আহিল।

পিছত ছাত্ৰ কেইজনে হেম বৰুৱাৰ আগত সেই কথা স্বীকাৰ কৰিলে। এই কাৰ্য্য কংগ্ৰেছৰ অহিংসা কাৰ্য্যৰ বিৰোধী আছিল যদিও হেম বৰুৱাই ছাত্ৰ কেইজনক একো নক'লে।

যোৰহাটৰ কাছাৰীৰ সমুখলৈ এদিন হেম বৰুৱাই এটি বিৰাট ছাত্ৰ সমাবেশ পৰিচালনা কৰি আগবঢ়াই আনিছিল। এই ছাত্ৰ সমাবেশতে সভাপতি স্বৰূপে হেম বৰুৱাই এটি উদ্দীপনাময়ী ভাষণ দিছিল। বাগ্মীবৰ নীলমণি ফুকনেও তেওঁৰ আবেগময়ী কণ্ঠেৰে এটি ভাষণ দিছিল।

এই বক্তৃতাৰ পিছতে হেম বৰুৱাক গ্ৰেপ্তাৰ কৰা হয়। যোৰহাট আদালতে তেওঁৰ বিচাৰ কৰিছিল। বিচাৰকৰ আসনত থকা বিশিষ্ট অসমীয়া হাকিমজনাই তাচ্ছিল্যৰ সুৰত বিদ্ৰূপ কৰি কৈছিল, "আপুনি কলেজৰ শিক্ষক নহয়, এজন ঘৰুৱা শিক্ষকহে। অধ্যাপকৰ কাম ল'ৰা-ছোৱালীক পঢ়োৱা, আন্দোলন কৰিবলৈ শিক্ষা দিয়া নহয়।" বিচাৰ কৰি তেওঁক সাধাৰণ কয়দীৰ দৰে এবছৰ সশ্ৰম কাৰাদণ্ড দিছিল আৰু তৃতীয় শ্ৰেণী চি ডিভিজনৰ কয়দী কৰিছিল। ১৯৪২ খৃঃৰ ১২ অক্টোবৰৰ পৰা হেম বৰুৱা যোৰহাট জেলত কাৰাৰুদ্ধ হব লগা হ'ল।

হেম বৰুৱা জেলত থাকোতে তেওঁৰ ভায়েক নৰকান্ত বৰুৱাই

ককায়েকক দেখা কৰিবলৈ জেললৈ যাব বিচাৰোতে জিলাৰ উপায়ুক্ত মিঃ হামফ্ৰেই হেম বৰুৱাক তৃতীয় শ্ৰেণীত দিয়া বাবে আচৰিত হৈছিল।

তেতিয়া নবকান্ত বৰুৱাই মিঃ হামফ্ৰেক কৈছিল, "well I do not understand your British sense of Justice."

## কাৰাগাৰৰ জীৱন

১৯৪২ খৃঃৰ ১২ অক্টোবৰৰ পৰা হেম বৰুৱা যোৰহাট কাৰাগাৰত কাৰাৰুদ্ধ। যোৰহাট কাৰাগাৰ হেম বৰুৱাৰ বাবে মোহভঙ্গৰ স্থল। সাহিত্যৰ নিয়মীয়া ছাত্ৰ আৰু অধ্যাপনাৰ গতানুগতিক জীৱনৰ অভিলাষী হেম বৰুৱাজন, জনমানসৰ হেম বৰুৱালৈ ৰূপান্তৰৰ প্ৰস্তুতি কাৰাগাৰৰ চাৰি বেৰৰ মাজত। কাৰাগাৰৰ চাৰি বেৰৰ মাজৰ তেওঁৰ অধ্যয়ন বিস্তৃত আৰু ব্যাপক। গীতা, কোৰাণ, বাইবেল আদি ধৰ্মগ্ৰন্থৰ পুথি, বিবিধ বিষয়ৰ গ্ৰন্থ অধ্যয়ন কৰিছিল কাৰাগাৰত থকা কালছোৱাত।

যোৰহাট জেলখন ডাঙৰ। সেইবাবে অসমৰ সৰহভাগ ৰাজনৈতিক নেতাকে যোৰহাট জেলত ৰাখিছিল। ছাত্ৰ অৱস্থাত 'দূৰৰ পৰা দেখা, ফুলৰ মালা পিন্ধি বক্তৃতা দিয়া' জননেতা সকলৰ লগত একেলগে কাৰাবাসী হোৱাই নহয় নিবিড় সান্নিধ্যও লাভ কৰিছিল। গৰমূৰীয়া সত্ৰাধিকাৰ শ্ৰীকৃষ্ণ চন্দ্ৰ গোস্বামী, গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহম্মদ, বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা, অমিয় কুমাৰ দাস, মহম্মদ তৈয়বুল্লা, মহাদেৱ শৰ্মা, প্ৰফুল্ল চন্দ্ৰ বৰুৱা, নীলমণি ফুকন, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, বিজয় চন্দ্ৰ ভাগৱতী, মহীকান্ত দাস, পূৰ্ণানন্দ চেতিয়া, ৰবীন কাকতী প্ৰভৃতি ৭০০ ৰাজনৈতিক বন্দী যোৰহাট কাৰাগাৰত কাৰাৰুদ্ধ। ৰাজনৈতিক নেতাৰ উপৰিও চোৰ, ডকাইত, নৰহত্যাকাৰী কয়দী লগ পাইছিল। এনে তৰহৰ অসৎ প্ৰকৃতিৰ মানুহৰ পৰাও তেওঁ লাভ কৰিছিল বিচিত্ৰ অভিজ্ঞতা। সেয়েহে যোৰহাট জেইল তেওঁৰ বাবে তীৰ্থযাত্ৰা সদৃশ।

যোৰহাট জেলতে তেওঁ নিবিড়ভাৱে সান্নিধ্য লাভ কৰিলে লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ। বৰদলৈৰ সান্নিধ্যৰ ফলতে হেম বৰুৱাৰ জীৱন গুৱাহাটীমুখী হ'ল। বৰদলৈৰ ব্যক্তিত্বই হেম বৰুৱাক আকৰ্ষণ কৰিছিল, আনহাতে বৰদলৈয়ে তেওঁক স্নেহ কৰিছিল। স্বাধীনতা লাভৰ শেষলৈকে বৰদলৈৰ লগত তেওঁৰ এই সম্বন্ধ অটুট আছিল। পিছত হেম বৰুৱাৰ ৰাজনৈতিক দৃষ্টি-ভঙ্গী স্বকীয়া হ'ল।

যোৰহাট কাৰাগাৰতে লগ পাইছিল শ্বহীদ কুশল কোঁৱৰক। কুশল কোঁৱৰৰ স্মৃতি হেম বৰুৱাৰ বাবে করুণ সোঁৱৰণ। স্বাধীনতা যজ্ঞত নিজকে পূৰ্ণাহুতি দিয়া কুশল কোঁৱৰৰ স্মৃতি কাৰাৰুদ্ধ হোৱা সকলৰ বাবে করুণ স্মৃতি।

সৰুপথাৰ অঞ্চলত ৰেল আলি উঠোৱা আৰু তাৰ ফলত হোৱা ৰেল দুৰ্ঘটনাৰ বাবে কুশল কোঁৱৰ আৰু ৪৫ জন বন্দী হৈ বিচাৰৰ সন্মুখীন হব লগা হয়। বিচাৰকৰ আসনত ৰহি শিৱসাগৰ জিলাৰ উপায়ুক্ত মিঃ কেম্বেল এনড্ৰু হামফ্ৰে চাহাবে ১৭ জনক আটক বন্দী, ২ জনক ১০ বছৰীয়া সশ্ৰম কাৰাদণ্ড আৰু কুশল কোঁৱৰ, কনকেশ্বৰ কোঁৱৰ, ধৰ্ম ডেকা আৰু ঘনশ্যাম শইকীয়াক ফাঁচীৰ হুকুম দিছিল। পিছত বন্দীসকলে কৰা আপীল অনুযায়ী কুশল কোঁৱৰৰ বাহিৰে বাকী তিনিজনৰ ফাঁচীৰ হুকুম ৰ'দ কৰি ১০ বছৰ সশ্ৰম কাৰাদণ্ড বিহিছিল।

যোৰহাট কাৰাগাৰৰ ডেড চেলত আসন্ন মৃত্যুৰ বাবে দিন গণি থকা কুশল কোঁৱৰক মৃত্যুৰ আগদিনা আন আন কাৰাবাসীৰ লগতে হেম বৰুৱায়ো দেখা কৰিবলৈ গৈছিল। লোহাৰ বৰ বৰ ৰেলিঙৰ ইপাৰে থিয় হৈ সকলোটিয়ে শেষবাৰলৈ চাই লৈছিল মৃত্যুমুখী বীৰজনাক। নিৰ্জন চেলৰ কাৰাৰুদ্ধ বীৰজনাক শেষবাৰ চাই গৈছিল তেওঁৰ পত্নী প্ৰভাৱতী, খগেন, নগেন পুত্ৰদ্বয় আৰু ভায়েক পূৰ্ণ কোঁৱৰে। লোহাৰ ৰেলিঙৰ ফাঁকেৰে হাত উলিয়াই মৃত্যুমুখী কুশল কোঁৱৰে পত্নী-পুত্ৰৰ মূৰত হাত বুলাইছিল।

যিজন কয়দীয়ে কুশল কোঁৱৰৰ ফাঁচীৰ ৰচিডাল টানিছিল সেই-জন দাগী কয়দীৰো সান্নিধ্য লাভ কৰিছিল হেম বৰুৱাই। নৰহত্যা কৰাটো তেওঁৰ ব্যৱসায় স্বৰূপ। উত্তেজনাৰ বশবৰ্তী হৈ নিজৰ পত্নীক হত্যা কৰি কাৰাবৰণ কৰা কয়দী এজনে হেনো পত্নী হত্যাৰ কৰুণ বৰ্ণনা দি ঘৰত এৰি অহা ল'ৰা-ছোৱালী দুটিৰ কথা কৈ শোকত অভিভূত হৈ পৰিছিল।

আন এজন দাগী চোৰ কয়দীৰ লগতো তেওঁৰ পৰিচয় ঘটিল। তেওঁ হেনো জেলৰ পৰা ওলালে হেম বৰুৱাৰ ঘৰলৈ আহিম বুলি কৈছিল। হেম বৰুৱাই পিছত ধেমালি কৰি কৈছিল, "তেওঁ পিচে দিনত আহিব নে ৰাতি সিবিধ কৰ্ম কৰিবলৈ আহিব সুধিবৰ নহ'ল।"

জেলত তেওঁলোকে পাল পাতি খোৱা বস্তু বিলাব লগা হয়। এদিন তেওঁৰ ভাগত বিলোৱাৰ পাল পৰিল। এজন সহ বন্দীৰ ভাগত কিবা এটা বস্তু কম পৰিল। তেওঁ খঙেৰে বস্তুটো হেম বৰুৱাৰ গালৈ মাৰি দিলে। এই কাৰ্য্যৰ বাবে তেওঁ মনত বৰ আঘাত পাইছিল। তেওঁৰ মনৰ অৱস্থা বুজি হেনো ৰাতি অমিয় কুমাৰ দাসে কলে—"হেৰা আজি তোমাৰ মনটো বেয়া হৈ আছে কিয় বুজিছো। ৰাজনীতি কৰিব খুজিছা যেতিয়া মনটো গড়ৰ ছালৰ লেখীয়া কৰি নললে নোৱাৰিবা।" এইষাৰ কথা তেওঁ ওৰেটো জীৱন মনত ৰাখিছিল।

যোগেন্দ্ৰ নাথ শইকীয়া, চাৰু গোস্বামী, নৱেন শৰ্মা, আনন্দ ফুকন, পবনাথ শৰ্মা প্ৰভৃতি ছাত্ৰনেতা সকলো যোৰহাট কাৰা-গাৰত কাৰাৰুদ্ধ। তেওঁলোকে জেলৰ মাজতে আলোচনা চক্ৰ পাতি সাহিত্য-সংস্কৃতিৰ কথা আলোচনা কৰাৰ উপৰিও 'মুক্তি' নামৰ এখন হাতে লিখা আলোচনীও প্ৰকাশ কৰিছিল। আলোচনী-খনত হেম বৰুৱাই তেওঁৰ ডালিমগুটীয়া আখৰেৰে 'সাহিত্যত প্ৰগতিবাদ' শীৰ্ষক এটি প্ৰবন্ধ লিখি দিছিল। জেলত থকা ছাত্ৰ-সকলক তেওঁ ইংৰাজী অসমীয়া পঢ়ুৱাইছিল। যোগেন শইকীয়াকো

তেওঁ পঢ়ুৱাইছিল। শইকীয়াই জেলৰ পৰাই পৰীক্ষা দি ডিষ্টিংচন সহ বি এ পাচ কৰিছিল।

কাৰাগাৰত কাৰাৰুদ্ধ সকলোটি যেন এখন ঘৰৰ পৰিয়ালহে। কিছুমানৰ ঘৰৰ পৰা খোৱা বস্তু লৈ যায়, আৰু সকলোটিয়ে ভগাই খায়।

জেললৈ যোৱাৰ পূৰ্বে তেওঁ গান্ধীজীৰ বিষয়ে খৰচি মাৰি অধ্যয়ন কৰা নাছিল। বৰং গান্ধীজীতকৈ কাৰ্লমাৰ্ক্সৰ বিষয়ে অধ্যয়ন কৰিছিল বেছিকৈ। তেতিয়া তেওঁৰ মনত মাৰ্ক্স গান্ধীজীতকৈ বহু ওপৰত। 'মাৰ্ক্সৰ বিজনিত গান্ধীজীৰ মগজুৰে ডাষ্টবিনত ঠাই পোৱা উচিত' এনে মন্তব্য দিবলৈকো তেওঁ শঙ্কা নকৰিছিল। গান্ধীজীৰ বিষয়ে জেলৰ চাৰি বেৰৰ মাজত দেশনেতাসকলৰ সান্নিধ্যত গভীৰভাৱে সাহিত্য আৰু দৰ্শন সম্পৰ্কে অধ্যয়ন কৰিলে। তেওঁৰ উপলব্ধি হ'ল—"গান্ধীজীৰ প্ৰত্যেকষাৰ কথাই শাস্ত্ৰৰ বাণী যেনেকৈ চিৰকালৰ কাৰণে সত্য, তেনেদৰে সত্য আৰু শুদ্ধ।"

বিয়াল্লিছৰ বিপ্লৱৰ সময়তে অৰুণা আচফ আলি আত্মগোপন কৰি আছিল গুৱাহাটীৰ এঘৰ বঙালী পৰিয়ালত। ইয়াৰ পিছতে জৱহৰলাল নেহৰু এবাৰ অসম ভ্ৰমণ কৰেহি। নেহৰুক হাতে হাতে দিবলৈ অৰুণা আচফ আলিয়ে এখন চিঠি দিয়ে। অৰুণা আচফ আলিক হেম বৰুৱাই বাইদেউ বুলিছিল। চিঠিখন লৈ গৈ হেম বৰুৱাই নেহৰুক টংলাত লগ ধৰে আৰু ছিপাঝাৰত চিঠিখনৰ কথা কয়। নেহৰুৱে চিঠিখন তাতে নলৈ মাথোন পিচে পিচে আহিবলৈ কয় ( Follow me )। নেহৰু গুৱাহাটী, নগাঁও হৈ যোৰহাট পায়হি। যোৰহাটত চিঠিখন গ্ৰহণ কৰিলে। যোৰহাটৰ জনসভাত নেহৰুৱে ভাষণ দিয়ে। যোৰহাটত ভাষণ দিয়াৰ আগতে মঞ্চৰ ওপৰতে বৰুৱাৰ কান্ধত হাত এখন দি চিঠিখনৰ বিষয়ে তেওঁৰ লগত কথা পাতে।

হেম বৰুৱাৰ পিতৃ বিনন্দীৰাম বৰুৱাও নেহৰুক চাবলৈ সেইখন

সভালৈ গৈছিল। সভাত দেখিলে মঞ্চৰ ওপৰতে স্বয়ং নেহৰুৱে তেওঁৰ ৰবপুত্ৰৰ লগত কান্ধত ধৰি কথা পাতি আছে। তেনে দৃশ্য দেখি পিতৃৰ মন আনন্দত পুলকিত হ'ল। বিনন্দীৰাম শৰ্মা বৰুৱাই বৰ আশা কৰিছিল ইংৰাজীত এম এ পাচ কৰিছে যেতিয়া ৰবপুত্ৰই নিশ্চয় এটি চৰকাৰী চাকৰি পাব। কিন্তু ৰবপুত্ৰই যেতিয়া কলেজ-খনত পোৱা চাকৰিটো হেৰুৱাই জেললৈ যাব লগা হ'ল, তেতিয়া পিতৃৰ মন নিৰাশাৰ ভাবেৰে পৰিপূৰ্ণ হোৱাটো স্বাভাৱিক। পিচে এজন সৰ্বভাৰতীয় নেতাক দৰ্শন লাভৰ বাবে আহি দেখিলে সেই মহান ব্যক্তিজনাই নিজেই ৰবপুত্ৰৰ কান্ধত ধৰি বৰ আপোনমনে কথা পাতি আছে, তেতিয়া ধাৰণা হ'ল পুত্ৰই কিবা এটা ভাল কামকে কৰিছে।

কাৰাগাৰৰ পৰা ওলাই অহাৰ পিছত হেম বৰুৱা পুনৰ নিবনুৱা। সেই সময় যুদ্ধৰ ধামখুমিয়া, অসমৰ ভালেমান চহৰৰ শিক্ষানুষ্ঠান মিলিটাৰীৰ কবলত। সেই কালছোৱাত হেম বৰুৱা আৰু ভায়েক তিনিজন যোৰহাটৰ ঘৰত। মাক আৰু ছোৱালী কেইজনী দেউতাকৰ লগত গমিৰিত। এই কালছোৱা তেওঁলোকৰ বাবে নানান ধৰণৰ আৰ্থিক দুৰ্যোগ আৰু অনাটনৰ দিন। যোৰহাটৰ ঘৰত ভায়েক কেইজনেই ৰন্ধা-বঢ়া কৰে। হেম বৰুৱাক তেনেবোৰ কাম কৰিব নিদিয়ে। ৰাতি ধৰি-খেৰ নাথাকিলে ভাত ৰন্ধাৰ টানত কটি আৰু লাই শাক ভজা খাইয়ে থাকে। হেম বৰুৱাৰ কটি আৰু লাই শাক ভজা বৰ প্ৰিয়।

হেম বৰুৱাৰ স্বভাৱ খঙাল প্ৰকৃতিৰ আছিল যদিও জেলৰ পৰা অহাৰ পিছত ইয়াৰ সম্পূৰ্ণ ওলোটাহে হ'ল।

# কৰ্ম জীৱন ⁝ ৫

ইংৰাজী সাহিত্যত এম এ ডিগ্ৰী লাভ কৰিও তেওঁ বহুদিনলৈকে ঘৰতে নিবনুৱা হৈ বহি থাকিব লগা হৈছিল। এজন উচ্চ শিক্ষিত ডেকাৰ পক্ষে ঘৰতে নিবনুৱা হৈ বহি থাকিব লগা হোৱাটো কম অসহনীয় কথা নহয়।

প্ৰথমতে তেওঁক ডিম্বেশ্বৰ নেওঁগে যোৰহাট চৰকাৰী হাইস্কুলত শিক্ষাদান কৰাৰ সুযোগ দিছিল। নেওঁগৰ আহ্বানত সঁহাৰি দি এদিন তেওঁ যোগদান কৰিবলৈ ঘৰৰ পৰা ওলায়ো গ'ল। তেওঁৰ চৰকাৰী চাকৰিৰ প্ৰতি সিমান ইচ্ছা নাছিল। কিবা ভাবি মাজ বাটৰ পৰাই ঘূৰি আহিল। যোৰহাট চৰকাৰী হাইস্কুলত চাকৰি আৰু কৰা নহ'ল।

১৯৪১ খৃঃত তেওঁ অলপ দিনৰ বাবে গুৱাহাটী সন্দিকৈ কলেজত অধ্যাপনা কৰাৰ সুযোগ পালে। সুৰেশ চন্দ্ৰ ৰাজখোৱাই তেওঁক এই খবৰ দি মাতি আনিছিল। সন্দিকৈ কলেজত কাম কৰা কাল-ছোৱাত তেওঁ ৰাজখোৱাৰ লগতে আছিল। ৰাজখোৱা সেই সময়ত কটন কলেজৰ অধ্যাপক।

## জগন্নাথ বৰুৱা কলেজ

১৯৪১ খৃঃতে যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক যজ্ঞেশ্বৰ শৰ্মা কলেজ এৰি অহাত উক্ত পদত হেম বৰুৱা নিযুক্ত হ'ল। কলেজত অধ্যাপনা কৰাৰ সুযোগ পালে যদিও আন এক পৰি-স্থিতিৰ উদ্ভৱ হ'ল। যোৰহাট চহৰত নিবনুৱা হৈ ঘূৰি ফুৰা হেম বৰুৱাক কিছুমান ছাত্ৰই অধ্যাপক স্বৰূপে সহজভাৱে গ্ৰহণ কৰিবলৈ

টান পালে। উচ্চ শিক্ষা লাভ কৰিছিল যদিও হেম বৰুৱাৰ কোনো ভেম নাছিল। বিনয়ী, অমায়িক হেম বৰুৱাই তিনি আলিৰ কাষত বা পাণ দোকানৰ কাষত থিয় হৈ যি কোনো মানুহৰ লগতে প্ৰাণ-খুলি কথা কোৱাটো তেওঁৰ স্বভাৱৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ এই বিনয়ী স্বভাৱ আনৰ চকুত হৈ পৰিছিল বিসদৃশ। আলিবাটত গা-ঘেলাই ফুৰা তেনে এজন লোকক অধ্যাপক নিযুক্ত কৰিলে কলেজ-খনৰ আৰু অধ্যাপকসকলৰ মৰ্য্যাদা ৰক্ষা নপৰিব এই ভাৱ।

হেম বৰুৱাক নিযুক্তি দিছিল অধ্যক্ষ পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই। এনেবোৰ কথাৰ কোনোৰে সন্দিকৈ ডাঙৰীয়াৰ কাণ চোৱাব পৰা নাছিল।

কলেজত হেম বৰুৱাৰ বিৰুদ্ধে গঢ়ি উঠা সমালোচনাৰ প্ৰতি-ক্ৰিয়া দেখা দিলে প্ৰথম দিনাখনেই। ভিতৰি ভিতৰি কিছুমান ল'ৰাই ঠিক কৰিলে হেম বৰুৱাৰ ক্লাচ বয়কট কৰিব। হেম বৰুৱাৰ ভায়েক নৰকান্ত বৰুৱা সেই সময়ত জে বি কলেজৰ ছাত্ৰ। তেওঁ ককায়েকৰ বিৰুদ্ধে গঢ় লোৱা মনোভাৱৰ অলপ আভাস দিছিল। সেইবোৰ কথালৈ আওকাণ কৰি হেম বৰুৱা কলেজলৈ গৈ যোগদান কৰিলে।

প্ৰথম ক্লাচটো লবলৈ গ'ল চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ। ক্লাচত এটিও ল'ৰা নাই। কিন্তু লৰাবোৰ বাহিৰত থিয় হৈ আছে। তেওঁ যোৱাৰ লগে লগে এজন ল'ৰা ক্লাচত সোমাল। এজন ল'ৰাক লৈয়ে তেওঁ আৰম্ভ কৰিলে ইংৰাজী সাহিত্যৰ ষ্টাইলৰ বিষয়ে। বাহিৰত থকা ল'ৰাবোৰ আৰু ৰব নোৱাৰিলে। এজন দুজনকৈ ক্লাচত সোমাল। ঘণ্টা পৰাৰ লগে লগে তেওঁৰ সুৱলা বক্তৃতাৰ সামৰণি মাৰি ৰেজিষ্ট্ৰাৰ কৰি ওলাই আহিল। এটি ৰক্তপাতহীন বিপ্লৱৰ ওৰ পৰিল।

কলেজত তেওঁৰ মাহিলি দৰমহা ৭৫ টকা। ইংৰাজীৰ উপৰিও তেওঁ অসমীয়া পঢ়ুৱাইছিল। অসমীয়া পঢ়ুৱা বাবে ১৫ টকা

উপকৰাকৈ পাইছিল। এজন অধ্যাপকে হেনো অসমীয়া পঢ়ুৱাই-ছিল ইংৰাজীতে। তেওঁ ৰুক্মিণীহৰণ পঢ়ুৱায়,—'Then Rukmini came. There was a fight between Lord Krishna and Prince Sisupala.' হেম বৰুৱা ইংৰাজী ভাষাৰ অধ্যাপক হলেও অসমীয়া মাতৃ ভাষাতে পঢ়ুৱাইছিল।

কলেজলৈ তেওঁ চাইকেলেৰে অহা-যোৱা কৰে। অহা-যোৱা কৰা বাটতে তেওঁৰ সমনীয়া ছাত্ৰ এজন বৈ থাকে। তেওঁ চাইকেল চলাই কাষ পালেই 'হেৰা ৰবা' বুলি হাতখন দাঙি ৰখাই চাইকেলৰ পিছপিনে থিয় হৈ যায়। এখন হাত হেম বৰুৱাৰ কান্ধত থৈ বেপৰোৱা ভাবেৰে কলেজৰ চৌহদত সোমায়। বুকুত গৰ্ব্বৰ ভাব অধ্যাপক হেম বৰুৱাৰ চাইকেলত উঠি আহিছে। ডেকা অধ্যাপক হেমবৰুৱাৰ বাবে এইটো আছিল এক অস্বস্তিকৰ পৰিবেশ।

এবাৰ কলেজৰ ছাত্ৰ এজনৰ পাৰচেন্‌টেজ নোহোৱাত হেম বৰুৱাক আহি ধৰিলেহি। তেওঁ সহজভাৱে লৰাজনক পাৰচেন্‌টেজ দি নন্‌ কলেজিয়েট হোৱাৰ পৰা ৰক্ষা কৰিলে। কথাষাৰ অধ্যক্ষ সন্দিকৈৰ কাণত পৰিলত হেম বৰুৱাক তেওঁ মাতি নিলে। আৰু কিয় পাৰচেন্‌টেজ দিলে বুলি সুধিলে। হেম বৰুৱাই সহজ ভাবে কলে "লৰাজন দুখীয়া; কিয়, মিছাতে তেওঁক টকা কেইটা ভৰাব লাগে। টকা কেইটা বিশ্ববিদ্যালয়েহে পাব।"

কথাষাৰ শুনি টকা কেইটা জেপৰ পৰা উলিয়াই দি সন্দিকৈ ভাওবীয়াই কলে—"নহয় তেনে কৰিলে নহব। লৰাটোৱে সেই কথাকে বাহিৰত জনাই ফুৰিব। "হেম বৰুৱাক কলো পাৰচেন্‌টেজ দি দিলে।" আৰু তেতিয়া কলেজৰ বদনাম হব।" লৰাৰ লগত সহজভাবে সকলো কামকে কৰাটো যে বিপদজনক সেই শিক্ষা তেওঁ সন্দিকৈৰ পৰা লাভ কৰিছিল।

তেওঁ ক্লাছত ৰোমাণ্টিক কবি শ্বেলী, কীটছ, বাইৰণ আদিৰ কবিতা ৰব ৰস লগাকৈ পঢ়াইছিল। হেম বৰুৱাৰ ইংৰাজী উচ্চাৰণ

শ্ৰুতি মধুৰ। পাঠ্য পুথিৰ বাহিৰে আন ভাল কবিতাও তেওঁ পঢ়ুৱাইছিল। তেতিয়াই তেওঁ জৱাহৰলাল নেহৰুৰ ষ্টাইলৰ বিষয়ে আঙুলিয়াইছিল। নেহৰুৰ Autobiography খন মাজে মাজে পঢ়াইছিল। শ্বেলীৰ জীৱনৰ ওপৰত লিখা 'এৰিয়েল'খনৰ কথা তেওঁ লৰাক আঙুলিয়ায়। আৰু নিজৰ হাতত থকা কিতাপখনকে লৰাক পঢ়িবলৈ দিয়ে।

অসমীয়া কবিতাও সুন্দৰকৈ সুৰ লগাই পঢ়ায়। বিশেষকৈ দেৱকান্ত বৰুৱাৰ 'তুমি নুবুজিবা সখী', 'দেবদাসী' প্ৰভৃতি কবিতা পঢ়ুৱাৰ কথা প্ৰাক্তন ছাত্ৰসকলে শ্ৰদ্ধাৰে সোঁৱৰে। অসমীয়া কবিতা পঢ়ুৱাতে ৰবীন্দ্ৰ নাথ, শ্বেলী, অডেন, ৱৰ্ডচৱৰ্থ আদি কবি সকলৰ কবিতাৰ লগত তুলনা কৰি পঢ়ুৱাইছিল। T. S. Eliot ৰ কবিতাৰ কথা, তেওঁৰ কবিতাৰ বৈশিষ্ট্যৰ প্ৰতি তেওঁ ছাত্ৰসকলৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তুলনামূলক আলোচনা বা comparative study ৰ প্ৰতি তেওঁ তেতিয়াই সঁকিয়াই দিয়ে। মাজে মাজে তেওঁ ক্লাছত Humour কৰে। ক্লাছ কমটো তেওঁ ক্লাছ কম হিচাপে নাৰাখি ঘৰুৱা পৰিৱেশ এটা গঢ়ি তুলিব পাৰিছিল।

তেওঁৰ ওচৰলৈ যোৱা লৰাক তেওঁ পঢ়া-শুনা কৰিবলৈ বৰকৈ উদগনি দিয়ে। ভাল ভাল কিতাপৰ প্ৰতি আঙুলিয়ায়। পদুম বৰুৱা, যতি নাৰায়ণ শৰ্মা, অমূল্য বৰুৱা, ৰাজেন হাজৰিকা, পৱনাথ শৰ্মা প্ৰভৃতি প্ৰায়ে তেওঁৰ ওচৰলৈ যায়। ওপৰ শ্ৰেণীৰ বিশেষকৈ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰসকলৰ প্ৰতি তেওঁৰ ব্যৱহাৰ সমনীয়াৰ দৰে। মাজে মাজে হাঁহি ধেমালি কৰি ফুৰাও দেখা যায়। তেওঁৰ লৰাৰ লগত এনে ধৰণৰ হলি-গলি আন বহুতো অধ্যাপকে পছন্দ কৰা নাছিল। চহৰৰ কিছুমান বিশিষ্ট ব্যক্তিৰ চকুটো এই কাৰ্য্য বিসদৃশ। কিন্তু হেম বৰুৱাই সেইবোৰ কথালৈ ভ্ৰূক্ষেপ নকৰিছিল।

হেম বৰুৱাই ক্লাছত পঢ়াই থাকোতে কেতিয়াবা আন ক্লাছৰ লৰাও আহি নীৰবে ক্লাছত সোমাই শুনি থাকে। তেওঁ পঢ়াই

থাকোতে কাঁহ পৰি জিন যোৱা অৱস্থা আৰু ক্লাছৰ পৰা ওলাই গলে হৈ চৈ লাগি পৰে। দুই একে আকৌ তেওঁৰ নিচিনাকৈ আবৃত্তিকে কৰে। এদিন সন্দিকৈয়ে ইপিনে French Revolution পঢ়াই আছে। সিপিনে হেম বৰুৱা ওলাই যোৱাৰ লগে লগে হৈ চৈ লাগি পৰিল। এজন ল'ৰাই তেওঁৰ নিচিনাকৈ দেৱকান্ত বৰুৱাৰ কবিতা আবৃত্তি কৰিবলৈ ধৰিছিল। তাকে দেখি বাকীবোৰৰ হাঁহি খিকিন্দালি। সন্দিকৈয়ে ততালিকে ল'ৰাজনক মাতি নি বহিষ্কাৰৰ নিৰ্দেশ দিলে। অৱশ্যে পিছত ল'ৰাজনে কাকুতি-মিনতি কৰাত বহিষ্কাৰৰ নিৰ্দেশ উঠাই ললে।

পি, এম চাবোৱান, তুলসী নাৰায়ণ শৰ্মা, গুণগোবিন্দ দত্ত, নবীন চন্দ্ৰ গোস্বামী, প্ৰফুল্লপ্ৰাণ চাংকাকতী, দুলাল চন্দ্ৰ ভূঞা প্ৰভৃতি সেই সময়ৰ কলেজৰ অধ্যাপক।

তেওঁ থকা সময়তে কলেজত এবাৰ শঙ্কৰদেৱৰ তিথিৰ আয়োজন কৰা হৈছিল। সভাৰ সভাপতি ডিম্বেশ্বৰ নেওঁগ। হেম বৰুৱায়ো এটা ভাষণ দিছিল।

হেম বৰুৱাৰ জে বি কলেজত অধ্যাপনা কৰাৰ সময় ডেৰ বছৰ মাত্ৰ। কিন্তু এই কম সময়ৰ ভিতৰতে তেওঁ এজন কৃতী অধ্যাপক স্বৰূপে স্বীকৃতি লাভ কৰি জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হব পাৰিছিল। তেওঁৰ শিক্ষাদানৰ কথা ছাত্ৰসকলে শ্ৰদ্ধাৰে সোঁৱৰণ কৰে।

অধ্যাপনা কৰা কালছোৱাত হেম বৰুৱাই লিখা পঢ়া কৰিবলৈ উদগনি লাভ কৰিছিল অধ্যক্ষ সন্দিকৈৰ পৰা। তামিল ভাষাৰ বিখ্যাত 'শিল্লদিকৰম'ৰ অন্তৰ্গত কন্নকী কভালানৰ কাহিনী এটি মনোৰম কাহিনী। এ এছ পঙ্কপেকশ আয়াৰে পুথিখন মনোৰমকৈ ইংৰাজী ভাষাত তৰ্জমা কৰিছে। এই কাহিনীটো অসমীয়া ভাষাত অনুবাদ কৰিবলৈ সন্দিকৈ ডাঙৰীয়াই তেওঁক উদগনি দিয়ে। সন্দিকৈৰ নিৰ্দেশতে তেওঁ কাহিনীটো অসমীয়ালৈ তৰ্জমা কৰি

আৱাহনত ছোৱা ছোৱাকৈ প্ৰকাশ কৰিছিল। সন্দিকৈ ডাঙৰীয়াই হেনো তেওঁক আৰু কৈছিল, "এইখন কিতাপৰ আকাৰে উলিওৱাহে। তোমাৰ দৰমহাৰ পৰা মই কিছু টকা আগধন দিওঁ।" অৱশেষত তেতিয়া ৭৫ টকা দৰমহাৰ পৰা আগধন লৈ পুথিৰ আকাৰত ছপাই উলিওৱা নহ'ল। পুথিখন পিছত 'কন্নকী' নামেৰে ছপা হৈ ওলায় (১৯৫৯)।

## বি বৰুৱা কলেজ

বহুদিন নিবনুৱা হৈ বহি থকাৰ পিছত হেম বৰুৱাই একে সময়তে বি বৰুৱা কলেজ, নগাওঁ কলেজ আৰু বৰপেটা মাধৱ চৌধুৰী কলেজত অধ্যাপনাৰ সুযোগ লাভ কৰিলে। তেওঁৰ সমুখত এক সমস্যা সৃষ্টি হ'ল অধ্যাপনা কৰিব ক'ত। তেতিয়া যোৰহাটত থকা সাহিত্যিক সহযোগী ৰাজমোহন নাথে উপদেশ দিলে নগাওঁ কলেজলৈ আহিবলৈ। 'নগাওঁ ঘৰৰ ওচৰতে, বস্তু-বাহানিবো দাম কম। কম খৰচতে চলিব পাৰিব। বৰপেটা বহুত দূৰ। বি বৰুৱা একেবাৰে নতুন কলেজ।'

কথাষাৰ শুনি দেৱকান্ত বৰুৱাই পোণ চাটেই ক'লে, 'নহয়, নগাৱঁলৈ যাব নালাগে। নগাৱলৈ গলে মোৰ ঘৰতে থাকিব পাৰিব। খৰচো নালাগে। কিন্তু গুৱাহাটীলৈ যাওঁক। গুৱাহাটীৰ পৰিসৰ বহল।'

বি বৰুৱা কলেজলৈ আহ্বান কৰিছিল গোপীনাথ বৰদলৈয়ে। বৰদলৈৰ আহ্বান আৰু দেৱকান্ত বৰুৱাৰ পৰামৰ্শমতে ১৯৪৪ খৃঃৰ ৩০ জুনত হেম বৰুৱাই বি বৰুৱা কলেজত যোগদান কৰিলে। বি বৰুৱা কলেজত তেওঁ ইংৰাজী সাহিত্যৰ অধ্যাপক আৰু উপাধ্যক্ষ। তেওঁ অসমীয়া বিষয়তো শিক্ষাদান কৰিছিল। অধ্যাপক স্বৰূপে দৰমহা ৬০ টকা আৰু উপাধ্যক্ষ স্বৰূপে ৪০ টকা। কলেজ খনৰ অবৈতনিক অধ্যক্ষ গোপীনাথ বৰদলৈ। বৰদলৈ ৰাজনীতি-

বিদ। গতিকে কলেজ পৰিচালনাৰ সকলো দায়িত্ব হেম বৰুৱাৰ ওপৰতে।

বি বৰুৱা কলেজ গোপীনাথ বৰদলৈৰ সপোনৰ এটি বাস্তব ৰূপ। অৰ্থৰ অভাৱত পঢ়িব নোৱাৰা চাকৰিজীৱিসকলক উচ্চ শিক্ষা দিয়াটোৱে আছিল বি বৰুৱা কলেজ স্থাপনৰ উদ্দেশ্য। তেনে উদ্দেশ্যৰে স্থাপন কৰা বি বৰুৱা কলেজেই অসমৰ প্ৰথম নৈশ কলেজ (Night College) ১৯৪১ খৃঃৰ ১৪ অক্টোবৰত গোপীনাথ বৰদলৈৰ সভাপতিত্বত অনুষ্ঠিত সভা এখনিয়ে ১৯৪২ খৃঃৰ জুলাই মাহৰ পৰা কামৰূপ একাডেমী স্কুলতে আই কম শ্ৰেণী আৰম্ভ কৰিবলৈ মনস্থ কৰি আৰু কেইগৰাকীমান অধ্যাপক নিয়োগ কৰিবলৈ স্থিৰ কৰিছিল।

কিন্তু বিয়াল্লিছৰ আন্দোলন, দ্বিতীয় মহাসমৰ আৰু বৰদলৈৰ কাৰাবৰণে সেই সিদ্ধান্ত এবছৰলৈ পিছুৱালে। ১৯৪৩ খৃঃৰ ১৩ চেপ্তেম্বৰত বি বৰুৱা কলেজৰ শুভাৰম্ভ। প্ৰথম বছৰত কলেজৰ ছাত্ৰ সংখ্যা ১৫ জন।

তেতিয়াৰ দিনত আজি কালিৰ দৰে নিয়ন লাইট নাছিল। অধ্যাপকৰ টেবুলত এটা পেট্ৰোমাক্স লাইট। প্ৰথম দিনাখন সুৰেন্দ্ৰমোহন দাসে প্ৰথম ক্লাছটো কৰি ওলাই আহিছে, অফিচ কমত হাঁহি হাঁহি বহি থকা বৰদলৈয়ে সুধিলে "সুৰেন, কেনে লাগিছে?" অল্পভাষী সুৰেন্দ্ৰমোহন দাসেও মিচিকীয়া হাঁহি এটা মাৰি উত্তৰ দিলে, "ভালেই লাগিছে চাৰ।"

প্ৰথম বছৰ বৰদলৈ কলেজৰ অবৈতনিক অধ্যক্ষ আৰু পৰিচালনা সমিতিৰো সভাপতি। সুৰেন্দ্ৰমোহন দাস (ইংৰাজী), হৰগোবিন্দ শৰ্মা (বাণিজ্য), দেবেশ্বৰ পাঠক (অঙ্ক), প্ৰেমধৰ চৌধুৰী (সংস্কৃত), বনমালী শৰ্মা (চিভিক্স), জ্ঞানদাপ্ৰসাদ শৰ্মা (বুৰঞ্জী), যাদবনাৰায়ণ দাস (অসমীয়া) আৰু ৰমেশ দত্ত (তৰ্ক বিজ্ঞান) কলেজখনৰ জন্ম লগ্নৰ অধ্যাপক। হৰগোবিন্দ শৰ্মা 'হোলটাইম'

অধ্যাপক আৰু তেৰেঁই উপাধ্যক্ষ। তেওঁৰ দৰমহা ৬০ টকা। বাকী সৰহ ভাগ অধ্যাপকেই 'পাৰ্টটাইম।' তেওঁলোকক যাতায়াতৰ খৰচ বুলি (conveyance allowance) মাত্ৰ ২৫ টকা দিছিল।

প্ৰথমতে অকল আই কম শ্ৰেণীহে আৰম্ভ কৰাৰ কথা আছিল যদিও পিছত আই এ শ্ৰেণীও লগতে আৰম্ভ কৰা হয়।

গুৱাহাটী চহৰৰ ভালেকেইজন শিক্ষাবিদ সাহিত্যিক নকৈ স্থাপন কৰা শিক্ষানুষ্ঠানটিৰ পৰিচালনা সমিতিৰ লগত জড়িত। গোৰী কান্ত তালুকদাৰ পৰিচালনা সমিতিৰ সম্পাদক। যোগেন্দ্ৰ নাথ বৰুৱা, বিষ্ণুৰাম মেধি, ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা, কালিৰাম বৰ্মন, ডক্টৰ ভূবনেশ্বৰ বৰুৱা, কালিৰাম মেধি, ডক্টৰ জ্যোতিষ চন্দ্ৰ দাস, ঈশ্বৰ প্ৰসাদ চৌধুৰী, গোলাপ চন্দ্ৰ চৌধুৰী প্ৰভৃতি পৰিচালনা সমিতিৰ সদস্য।

কেশৱ কান্ত বৰুৱাই কলেজখন প্ৰতিষ্ঠাৰ বাবে এটি শকত ধনৰ পুঁজি আগবঢ়োৱাৰ বাবে কলেজখনৰ নাম দিয়া হয় ভোলা বৰুৱা কলেজ বা বি বৰুৱা কলেজ।

কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডক্টৰ শ্যামা প্ৰসাদ মুখাৰ্জী আছিল বৰদলৈৰ বিশিষ্ট বন্ধু। তেওঁৰ সৌজন্যতে কলেজখনে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা স্বীকৃতিও লাভ কৰিলে।

হেম বৰুৱা দ্বিতীয় বছৰত কলেজত যোগদান কৰিছিল। দ্বিতীয় বছৰ ভৰ্ত্তি হোৱা ছাত্ৰৰ সংখ্যা ৩৯ জন। বি বৰুৱা কলেজৰ বৰ্তমান অধ্যক্ষ ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য কলেজখনৰ জন্ম লগ্নৰ ছাত্ৰ।

১৯৪৫ খৃঃৰ প্ৰথম বাৰৰ বাবে কলেজৰ ছাত্ৰই আই এ পৰীক্ষা দিছিল। মঃ হামিদুৰ ৰহমান নামৰ এজন ছাত্ৰই আই এ পৰীক্ষাত প্ৰতিযোগিতা মূলক বৃত্তি লাভ কৰিছিল।

গোপীনাথ বৰদলৈ অসমৰ প্ৰধান মন্ত্ৰী নিৰ্বাচিত হোৱাত ১৯৪৫ খৃঃৰ ২৯ অক্টোবৰৰ পৰা হেম বৰুৱা বি বৰুৱা কলেজৰ অধ্যক্ষ। তেতিয়া তেওঁৰ বয়স ৩০ বছৰ মাত্ৰ। বৰদলৈ প্ৰধান মন্ত্ৰী হোৱাৰ পিছত হেম বৰুৱাক তেওঁৰ ব্যক্তিগত সচিব (Private Secretary) হবলৈ আহ্বান কৰিছিল। সেই আহ্বানত সঁহাৰি দি ব্যক্তিগত সচিব হলে পিছত হয়তো এজন শীৰ্ষ স্থানীয় চৰকাৰী বিষয়া হব পাৰিলেহেঁতেন।

চাৰ মহম্মদ চাদুল্লা অসমৰ প্ৰধান মন্ত্ৰী থকা কালছোৱাতো কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপকৰ পদ এটি খালি হৈছিল। উক্ত পদৰ বাবেও প্ৰাৰ্থী হবলৈ তেওঁক পৰামৰ্শ দিছিল বৰদলৈ ভাণ্ডৰীয়াই। তেতিয়া তেওঁ বৰদলৈক কৈছিল. "চাৰ, আপোনাৰ বৰপুত্ৰ ধীৰেনক বৃটিছ চৰকাৰৰ তলত চাকৰি কৰিবলৈ দিবনে?" সেই কথাত বৰদলৈৰ ভুল ভাঙিল আৰু ক'লে "বাৰু, নালাগে তুমি কটন কলেজত চাকৰি কৰিব।" সেই সময়ত বৃটিছৰ শাসন।

স্বাধীনতা লাভৰ পিছত বৰদলৈয়ে হেম বৰুৱাক উচ্চ শিক্ষা লাভৰ বাবে বিলাতলৈ যোৱাৰ ব্যৱস্থা কৰি দিবলৈ মন কৰিছিল। তাৰ বাবে এটি ৫৫০ টকাৰ চৰকাৰী বৃত্তিৰ ব্যৱস্থা কৰি দিব বিচাৰিছিল। এইবাৰো তেওঁ বৰদলৈক ক'লে, "আমাৰ লগত একেলগে জেললৈ যোৱা ভালেমান দুখীয়া ল'ৰা আছে। সেই বোৰকে বৃত্তিৰ টকা ৫০ টকাকৈ ভগাই দিয়ক।' এইবাৰ বৰদলৈয়ে তেওঁৰ যুক্তি মানি নলৈ 'মুৰ্খ মুৰ্খ' (Fool Fool) বুলি চিঞৰি উঠিল। পিছত এই বৃত্তি আন এজনক দিয়া হ'ল।

প্ৰধান মন্ত্ৰী বৰদলৈৰ হাতত আছিল শিক্ষা দপ্তৰো। তেওঁ শিক্ষা মন্ত্ৰী থকা কালতে কলেজখনৰ বাবে মাহে ২৫০ টকাকৈ অনুদান আগ বঢ়াইছিল। কিছু বছৰলৈ কলেজখনৰ সৰহ ভাগ অধ্যাপক আছিল পাৰ্ট টাইম অধ্যাপক।

গুৱাহাটীৰ বহুতো শিক্ষাবিদ আৰু বিশিষ্ট ব্যক্তিয়ে বি বৰুৱা কলেজত 'পাৰ্ট টাইম' অধ্যাপক স্বৰূপে শিক্ষাদান কৰিছিল। এসময়ৰ বামপন্থী নেতা হৰেশ্বৰ গোস্বামীও আছিল কলেজৰ অৰ্থনীতি বিভাগৰ অধ্যাপক। গোস্বামীৰ পাঠ্যক্রম প্রায়ে শেষ নহয়। শেষত তেওঁ ল'ৰাবোৰক ঘৰলৈকে আহ্বান কৰে। তেতিয়া ল'ৰাৰ সংখ্যাও বেছি নাছিল। ল'ৰাবোৰ গোস্বামীৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ ঘৰলৈকে যায়। গোস্বামীয়ে ল'ৰাবোৰক ভালদৰে চাহ-পানী খুৱাইহে পঢ়ুৱায়।

বি বৰুৱা কলেজৰ সৰহ ভাগ ছাত্রই আছিল চহৰৰ বিভিন্ন কাৰ্য্যালয়ত কাম কৰা চাকৰিয়াল। সহজ কথাত কবলৈ হলে 'কেৰাণী'। সেইবাবে কলেজখন বহুতৰ মনত 'কেৰাণীৰ কলেজ' আৰু অধ্যাপকসকল 'কেৰাণী কলেজৰ শিক্ষক'। কিন্তু হেম বৰুৱাৰ বিশাল ব্যক্তিত্বৰ বাবে কলেজখনত এটি স্বকীয়া মৰ্য্যাদা দেখা গৈছিল।

শিক্ষা বিভাগৰ কিছুমান ব্যক্তিৰো কলেজখনৰ প্রতি হেয় মনোভাব। এবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ এগৰাকী 'ইন্সপেক্টৰ অৱ ডি কলেজ' কলেজ পৰিদৰ্শনৰ বাবে আহিছিল। কলেজখনৰ প্রতি তেওঁৰো সদ ভাব নাছিল। কলেজখন পৰিদৰ্শন কৰি তেওঁ চিঞৰি চিঞৰি কৈছিল "এইখন কলেজ নহয়—কোচিং ক্লাচহে মাথোন। বিশ্ববিদ্যালয়ে ইয়াৰ স্বীকৃতি বন্ধ কৰিব লাগে।" (This is not a college. This is a coaching class. The university must disaffiliate it.)

হেম বৰুৱাই জানে 'ছলেৰে কেনেকৈ ছল কাঢ়িব পাৰি।' আৰু এইটো জানে কলিকতা বিশ্ববিদ্যালয়ৰ স্বীকৃতিপ্রাপ্ত কলেজ এখন নকৈ স্থাপন হোৱা গুৱাহাটী বিশ্ববিদ্যালয়ে স্বীকৃতি বন্ধ কৰাটো সহজ নহয়। তেওঁ গুভোটাই ইন্সপেক্টৰক প্রশ্ন কৰিলে, "এখন কলেজ হবলৈ কিছুমান ছাত্র, অভিজ্ঞ শিক্ষক, এটি ঘৰ,

এটি পুথিভঁৰাল আৰু কিছু জমা ধন থাকিব লাগে (Fixed deposit)। বি বৰুৱা কলেজৰ এই সকলোবোৰ থকা সত্বেও কিয় কলেজ হিচাপে স্বীকৃতি পাব নোৱাৰে?"

শেষত অধ্যক্ষ বৰুৱাই অলপ টান সুৰত ক'লে, "আপুনি যদি মোৰ পিঠিত আঁচোৰ মাৰে, ময়ো তাৰ প্ৰত্যুত্তৰ দিবলৈ জানো।" (Well, if you give me a scratch on the back, I know how to give it back on your back.)

হেম বৰুৱাৰ নিৰ্ভিকতাই কাম দিলে। ইন্সপেক্টৰে কলেজখনৰ বিৰুদ্ধে বেয়াকৈ একো লিখিবলৈ সাহস নকৰিলে। বৰং ভালকৈহে ৰিপোৰ্ট দিলে। হেম বৰুৱা আছিল জাতীয় কংগ্ৰেছৰ সক্ৰিয় সদস্য আৰু বৰদলৈৰ ঘনিষ্ঠ সহযোগী। কিন্তু তেওঁ ছ'চিয়েলিষ্ট পাৰ্টিৰ সদস্যভুক্ত হোৱাত কংগ্ৰেছীসকলৰ মনত হৈ পৰিল চকুৰ কুটা স্বৰূপ। পৰিচালনা সমিতিৰ কংগ্ৰেছী সদস্যসকলৰো তেওঁৰ ওপৰত শেন চকু। এবাৰ এজন সদস্যই অভিযোগ তুলিলে যে কলেজৰ অধ্যাপকসকলে চিগাৰেট খায়। অভিযোগৰ উত্তৰত হেম বৰুৱাই ক'লে, "অধ্যাপকসকলে চিগাৰেট খাব পাৰে. খোৱাটো একো দোষণীয় নহয়। আৰু খালেওতো তেওঁলোকে ক্লাছত নাখায়।" তেওঁ পুনৰ প্ৰশ্ন কৰিলে, "সদস্যগৰাকীয়ে বাৰু চিগাৰেট খোৱা কথাটো জানিব পাৰিলে ক'ৰ পৰা?"

সদস্য গৰাকীয়ে তল ওপৰ চিন্তা নকৰি কৈ পেলালে, 'ল'ৰা-বোৰৰ মাজত তেওঁৰ চোৰাংচোৱা আছে।"

কথাষাৰ ক'বলৈহে পালে, হেম বৰুৱা সদস্য গৰাকীৰ ওপৰত জপিয়াই পৰিল। "আপুনি কলেজৰ অধ্যাপকসকলৰ বিৰুদ্ধে ছাত্ৰক চোৰাংচোৱাগিৰি কৰিবলৈ লগাইছে, ই অতি নীচ, গৰ্হিত কাম। আপোনাৰ এই নৈতিক অধঃপতনৰ বাবে লজ্জিত হোৱা উচিত।" তেওঁ আৰু সঁকিয়াই দিলে—শিক্ষকক সন্মান জনাব নোৱাৰিলে প্ৰকৃত শিক্ষা লাভ কৰিব নোৱাৰে।

আৰু এবাৰ এজন সদস্যই অভিযোগ তুলিলে, "কলেজৰ ল'ৰা-ছোৱালীবোৰে বাৰান্দাত চিগাৰেট খায়। অধ্যক্ষ স্বৰূপে তেওঁ ল'ৰাক একোকে নকয়, নেদেখাৰ ভাও জুৰি যায়। কলেজখনত অনুশাসন নাই।"

"আমাৰ কলেজখনলৈ কিছুমান বয়সীয়াল লোক আহে তেওঁলোকৰ জীৱনৰ অসম্পূৰ্ণ জ্ঞান পূৰা পূৰ্ণ কৰিবলৈ। আপোনাৰো যদি কিবা অসম্পূৰ্ণ আছে, পূৰ্ণ কৰিবৰ বাবে আহিব পাৰে। আপুনি চিগাৰেট খালে আমি যেনেদৰে আপোনাক একো ক'ব নোৱাৰো, তেনেদৰে আন বয়সীয়া ছাত্ৰকো একোকে ক'ব নোৱাৰো। ক্লাছ কমৰ ভিতৰত কোনোৱে চিগাৰেট নাখায় নহয়।" অধ্যক্ষৰ পৰা এনে উত্তৰ পাই সদস্য গৰাকী নিমাত হ'ল।

কলেজ আৰম্ভ হোৱাৰ দুবছৰ মান পিছতে ছাত্ৰসকলে আবেদন কৰিলে এটি ছাত্ৰাবাসৰ বাবে। ছাত্ৰসকলৰ আবেদন শেষত আন্দোলনৰ ৰূপ ললে। ছাত্ৰসকলে সিদ্ধান্ত কৰিলে যদি ছাত্ৰাবাস খোলা নহয়, তেতিয়া হলে ধৰ্মঘট কৰিব। হেম বৰুৱাই এদিন ছাত্ৰ সভা এখনলৈ আহি ল'ৰাবোৰক কলেজখনৰ কথা বুজাই দিলে। বুজাই দিলে নতুনকৈ স্থাপন কৰা কলেজখন কিদৰে চলিছে। এনে অৱস্থাত ছাত্ৰসকলে ধৰ্মঘট আৰম্ভ কৰে তেতিয়া হলে কলেজখন চিৰ দিনৰ বাবে বন্ধ হৈ যাব পাৰে। হেম বৰুৱাৰ বুজনিত ছাত্ৰসকলে ধৰ্মঘটৰ চিন্তা পৰিহাৰ কৰিলে।

শ্ৰীপ্ৰকাশ অসমৰ ৰাজ্যপাল থকা কালছোৱাত এবাৰ কলেজখন চাবলৈ আহিছিল। তেওঁ কলেজখনৰ চাৰিওপিনে ঘূৰি পকি অফিচ কমত সোমাল। তেতিয়া অফিচ কম বুলিবলৈ একেটাই কোঠালি। তাৰে একোণত বেৰ দি অধ্যক্ষৰ বহা ঠাই, একোণত অধ্যাপকৰ জিৰণি কোঠা, একোণত কেৰাণী দুজনৰ চকি-মেজ আৰু একোণত কেইটামান আলমাৰীত কিতাপ—সেইটোৱে

লাইব্ৰেৰী। সকলো কেইজন অধ্যাপক উপস্থিত থাকিলে দুজন মান থিয় হৈ থাকিব লগীয়া অৱস্থা।

ৰাজ্যপাল শ্ৰীপ্ৰকাশে লাইব্ৰেৰীটো চাই অভিমত দিলে, "লাইব্ৰেৰীটো সৰু যদিও বাচকবনীয়া পুথিৰে ভৰা।" (The library is small but it is a fine collection of books.)

অধ্যক্ষ স্বৰূপে হেম বৰুৱাই ৰাজ্যপালৰ লগত অধ্যাপকসকলক, লগতে কলেজৰ কেৰাণী আৰু পিয়ন-চকিদাৰ আদিকো চিনাকি কৰি দিলে। হেম বৰুৱাই বুজিছিল, কলেজৰ তৃতীয় চতুৰ্থ শ্ৰেণীৰ চাকৰিয়ালসকলো কলেজৰ এটি অঙ্গ। তেওঁৰ ঘনিষ্ঠ সহযোগী আছিল ৰাজ্যমল্ল ডেকা, পাৰেন্দ্ৰনাথ ভট্টাচাৰ্য্য আৰু ধৰ্মনাথ প্ৰসাদ। প্ৰসাদ আছিল বহুক্ষেত্ৰতে হেম বৰুৱাৰ পি এ (P.A.) ৰ নিচিনা সৌহাত স্বৰূপ।

শিক্ষানুষ্ঠানৰ আন কিছুমান মুৰব্বীৰ দৰে হেম বৰুৱাৰ অনুশাসন ৰাঘ চকুৰে চোৱা শাসন নহয়, মৰমৰ শাসনহে। সেই বাবে তেওঁৰ অধ্যক্ষতাত বি বৰুৱা কলেজত কোনো ধৰণৰ আন্দোলন আদিয়ে কলেজ কৰ্তৃপক্ষৰ বিৰুদ্ধে গা কৰি উঠিব পৰা নাছিল।

কলেজখনত দিনে দিনে ল'ৰা বাঢ়ি অহাত ঠাইৰ অকুলনে এক সমস্যাৰ সৃষ্টি কৰিছিল। কোঠালিবোৰ স্কুলৰ উপযোগী সৰু সৰু। ফলত সময়ত হৈ পৰে ছাত্ৰৰে ঠাহ খোৱা। বেঞ্চত ৬।৭ জনকৈ বহিব লগা হয়। হেম বৰুৱাৰ অধ্যক্ষতাত তেনে এক প্ৰতিকূল পৰিবেশৰ মাজতো বিৰাজ কৰিছিল এক স্বকীয় বৈশিষ্ট্য।

নিশাৰ সাংস্কৃতিক অনুষ্ঠান বুলিলেই হাই-উৰুমি চিঞৰ, ৰাখৰ। মাজে মাজে টিনপাতত দুই এটা শিলগুটি। কিন্তু হেম বৰুৱাৰ উপস্থিতিত নিশাৰ সাংস্কৃতিক অনুষ্ঠানত লাইট নুমাই গলেও পুনৰ লাইট অহালৈকে নিৰৱে অপেক্ষা কৰি থকা দেখা গৈছিল।

ফুলতকৈও কোমল হেম বৰুৱাজন সময়ত বজ্ৰতকৈও কঠিন হৈ পৰা দেখা যায়। এবাৰ কলেজ সপ্তাহত অসমৰ এগৰাকী

বিশিষ্ট ৰাজনীতিবিদক মুখ্য অতিথি স্বৰূপে নিমন্ত্ৰণ কৰিছিল। নিমন্ত্ৰিত অতিথি আহিবৰ সময় হ'ল। দুই চাৰিজন অধ্যাপক আহিছে, কিন্তু ল'ৰাৰ উপস্থিতি তেনেই কম। সভাগৃহৰ বাৰান্দাত ঘূৰাবমান ইফাল-সিফাল কৰি ল'ৰাৰ উপস্থিতি কম দেখি তৰ্জন-গৰ্জন কৰিবলৈ ধৰিলে। ছাত্ৰ ইউনিয়নৰ সম্পাদকক উদ্দেশ্য কৰি কলে "এনেকুৱা হলে তোমালোকৰ ইউনিয়ন ভাঙি দিম। তোমালোকে এগৰাকী বিশিষ্ট অতিথিক অপমান দিবলৈ মাতি আনিছা।" পিছদিনাৰ পৰা দেখা গ'ল সভাগৃহ ছাত্ৰৰে ঠাহ খোৱা।

ক্লাছ চলি থকা সময়তে এবাৰ এজন ছাত্ৰই আন এজন ছাত্ৰক জোতাৰে বুকুত গুৰিয়ালে। কথাষাৰ শুনি অধ্যক্ষ বকৰাই ল'ৰা জনক চুইহে নিকিলালে। ল'ৰাজনক দহ টকা জৰিমনাও কৰিলে। পিছত ল'ৰাজনে নিজ কৰ্মৰ বাবে অনুতপ্ত হৈ অধ্যক্ষৰ ওচৰত ক্ষমা বিচাৰিলে আৰু সিজন ল'ৰাৰো হাতত ধৰি ক্ষমা খুজিলে। তেতিয়া তেওঁ ল'ৰাজনক ক্ষমা কৰি জৰিমনাৰ টকা মাফ দিলে। ধান খেৰৰ দৰে দপ্ দপ্‌কৈ জ্বলি উঠা খং নিমিষতে মাৰ গ'ল। এইজনেই সময়ত বজ্ৰতকৈও কঠিন আৰু ফুলতকৈও কোমল হেম বৰুৱা।

এবাৰ গুৱাহাটীৰ এখন কলেজৰ ল'ৰা বনভোজ খাবলৈ গৈ গাওঁৰ মানুহৰ লগত কাজিয়া কৰি আহিল। ঘটনাটো শিক্ষা মন্ত্ৰীক জনোৱা হ'ল। আৰু জনোৱা হ'ল যে সেই ছাত্ৰবোৰ বি বৰুৱা কলেজৰ ছাত্ৰ। শিক্ষামন্ত্ৰীৰ পৰা কলেজৰ অধ্যক্ষলৈ এখন টান সুৰৰ চিঠি আহিল। অধ্যক্ষ বৰুৱা পিচে হাত সাৱটি থকা লোক নহয়। তেওঁ এখোপ চ'ৰা। শিক্ষামন্ত্ৰীক তেওঁ টান সুৰত উত্তৰ দিলে, "বি বৰুৱা কলেজৰ ছাত্ৰৰ মাজত শৃঙ্খলা নথকা নহয়। বি বৰুৱা কলেজৰ ছাত্ৰই এনে কাম কেতিয়াও নকৰে। ভৱিষ্যতে যাতে শিক্ষামন্ত্ৰীয়ে এনেদৰে নিলিখে।" তেওঁৰ চিঠিৰ

কোৰ দেখি শিক্ষামন্ত্ৰী মনে মনে থাকিল। সঁচাকৈয়ে কলেজখনৰ সেই সময়ত এটা বিশেষ সুনাম আছিল।

ভোলা বৰুৱা কলেজ স্ব মহিমাৰে মহিমান্বিত হোৱাত হেম বৰুৱাৰ লগতে আৰু এজনা শিক্ষাবিদ সুৰেন্দ্ৰ মোহন দাসৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। কলেজ পৰিচালনাৰ বহু ক্ষেত্ৰতে উপাধ্যক্ষ সুৰেন্দ্ৰ মোহন দাস আছিল অধ্যক্ষৰ সোঁহাত স্বৰূপ। হেম বৰুৱা যদি কলেজখনৰ আত্মা, তেন্তে সুৰেন্দ্ৰ মোহন দাস আছিল মগজু। কলেজ পৰিচালনাৰ বহুক্ষেত্ৰতে উপাধ্যক্ষ দাস আছিল অধ্যক্ষতকৈ বেচি কঠোৰ। দাস ডাঙৰীয়াৰ কোনো সিদ্ধান্তৰ ওপৰতে অধ্যক্ষ বৰুৱাই হস্তক্ষেপ নকৰিছিল।

১৯৫৮ খৃঃত বৰ্তমান স্থায়ীভাৱে সজা বি বৰুৱা কলেজৰ আধাৰশিলা স্থাপন কৰা হৈছিল। আধাৰশিলা স্থাপন কৰিছিল তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই। আমি তেতিয়া কলেজৰ ছাত্ৰ ইউনিয়নৰ সদস্য আৰু আলোচনীৰ সম্পাদক। এই অনুষ্ঠানৰ বাবে উপাধ্যক্ষ দাসে ছাত্ৰ ইউনিয়নলৈ মঞ্জুৰ কৰিলে ৩০ টকা মাত্ৰ। কামৰূপ একাডেমীৰ পৰা নতুন ভৱনৰ স্থানলৈ বস্তু-বাহানি অনা-নিয়া কৰাৰে পৰা ছাত্ৰ ইউনিয়নে কৰিব লগা সকলো খৰচৰ বাবে মাত্ৰ ৩০ টকা। অধ্যক্ষৰ সমুখতে দাস ডাঙৰীয়াক টকা কম হৈছে বুলি আপত্তি জনোৱা হ'ল। নানান ওজৰ আপত্তিৰ পিছত আৰু ৫ টকা বঢ়াই দিলে অৰ্থাৎ ৩৫ টকা। অধ্যক্ষ বৰুৱাই টকা যে কম হৈছে সেই কথা বুজি পাইও দাস ডাঙৰীয়াৰ সিদ্ধান্তত হস্তক্ষেপ নকৰিলে। উপাধ্যক্ষ স্বৰূপে তেওঁ তেনেদৰে টকা ৰাহি কৰিব বিচাৰিছিল কলেজৰ পুঁজিৰ বাবেহে।

বি বৰুৱা কলেজৰ ভৱন নিৰ্মাণৰ বাবে চৰকাৰী মাটি ডোখৰ দিছিল তেতিয়াৰ ৰাজহ মন্ত্ৰী মতিৰাম বৰাই। বৰা ডাঙৰীয়াই হেনো হেম বৰুৱাক কৈছিল, "বৰুৱা, আপোনাৰ গুৱাহাটীত ঘৰ-

বাৰী একো নাই নহয়। এডোখৰ মাটিৰ বাবে আবেদন কৰক। দৰ্খাস্তখন মোৰ হাতে হাতে দিব।”

উত্তৰত তেওঁ কৈছিল, “আপুনি মোৰ নিজৰ ঘৰ-বাৰীৰ বাবে চিন্তা কৰিব নালাগে। আমাৰ বি বৰুৱা কলেজৰ বাবে মাটি এডোখৰৰ ব্যৱস্থা কৰক।”

ইয়াৰ কিছুদিন পিছত নেহৰু ষ্টেডিয়ামৰ বাবে মাটি নিৰ্দ্ধাৰণ কৰি বাকী থকা কাষৰ মাটিখিনি বি বৰুৱা কলেজক দিব পাৰিলে ভাল হয় বুলি ভেতিয়া গুৱাহাটীৰ উপপ্ৰতি সমাহৰ্তা অতুল চন্দ্ৰ বৰুৱাই ৰাজহ মন্ত্ৰী মতিৰাম বৰাৰ দৃষ্টি আকৰ্ষণ কৰাত বৰা ডাঙৰীয়াই টপৰাই উত্তৰ দিছিল, “এৰাহে, তেওঁকো এটুকুৰা মাটি দিব পাৰিলে ভাল। এই মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা আছে।”

নেহৰু ষ্টেডিয়ামৰ কাষতে বি বৰুৱা কলেজ ভৱন নিৰ্মাণ হৈছে। এই ভৱন নিৰ্মাণৰ বাবেও তেওঁ চৰকাৰী অনুদান আনিব পাৰিছিল। সংসদৰ সদস্য থকা কালছোৱাত কলেজৰ ছাত্ৰাবাসৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰা সাহায্য আনিব পাৰিছিল।

১৯৫২ খৃঃত বি এ শ্ৰেণী আৰম্ভ কৰা হয়। ১৯৫৮ খৃঃত প্ৰথমতে অৰ্থনীতিত অনাৰ্চ খোলা হয়। পিছত বিজ্ঞান শ্ৰেণী আৰম্ভ হয়। ১৫ জন ছাত্ৰৰে নৈশ কলেজ স্বৰূপে আৰম্ভ কৰা বি বৰুৱা কলেজ বৰ্তমান ১৫শতকৈও বেছি ছাত্ৰ-ছাত্ৰীৰে পূৰ্ণ পৰ্য্যায়ৰ প্ৰথম শ্ৰেণীৰ কলেজ।

## শিক্ষাবিদ হেম বৰুৱা

সাধাৰণতে দুই শ্ৰেণীৰ শিক্ষক পোৱা যায়। এক শ্ৰেণীৰ শিক্ষকৰ শিক্ষাদানে শিক্ষাৰ্থীক পৰীক্ষাত উত্তীৰ্ণ হোৱাত সহায় কৰে। আন শ্ৰেণীৰ শিক্ষাদানে শিক্ষাৰ্থীৰ জ্ঞানৰ পৰিসৰ বৃদ্ধিত সহায় কৰে; মনৰ দিগন্ত প্ৰসাৰিত হয়। কিন্তু দ্বিতীয় শ্ৰেণীৰ শিক্ষা-

দানে পৰীক্ষাৰ বহীত সৰহ নম্বৰ পোৱাত সহায় নকৰে। হেম বৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা এই দ্বিতীয় শ্ৰেণীৰ শিক্ষক। তেওঁলোকৰ শিক্ষাদানত শিক্ষাৰ্থীৰ মনৰ দিগন্ত প্ৰসাৰিত হৈছিল। শিক্ষাৰ্থীয়ে ন ন কথা শিকিব পাৰিছিল।

প্ৰথম অৱস্থাত তেওঁ ইংৰাজী আৰু অসমীয়া দুয়োটা বিষয়কে পঢ়ুৱাইছিল। ইংৰাজী সাহিত্যৰ শ্বেলী, কীটছৰ কবিতা, অসমীয়া দেৱকান্ত বৰুৱাৰ কবিতা, 'ধনবৰ ৰতনী', 'বীণ বৰাগী' আদি কবিতা আবৃত্তিৰ সুৰত পঢ়ুৱা কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। আই এ শ্ৰেণীত তেওঁ ইংৰাজী কবিতা নপঢ়ালেও শ্বেলীৰ 'স্কাইলাৰ্ক' কবিতাটো পঢ়াবলৈ তেওঁক প্ৰায়ে মাতি অনা হৈছিল। কবিতাটো তেওঁ পঢ়ায় আবৃত্তিৰ সুৰত। 'স্কাইলাৰ্ক' কবিতাটো পঢ়াওঁতে তেওঁ ইমান অভিভূত হৈ পৰে যে ক'ব নোৱাৰাকৈয়ে চকীৰ ওপৰত ভৰি দুখন তুলি বহে। এখন হাতেৰে উৰি যোৱা 'স্কাইলাৰ্ক' চৰাইটোৰ অঙ্গি-ভঙ্গি দেখুৱাই আপোন পাহৰা হৈ পৰে। কবিতাটো যেনিবা শ্বেলীৰ নহয়—হেম বৰুৱাৰ নিজৰহে। ইপিনে শ্ৰেণীৰ ডেৰশ-দুশ ল'ৰা মন্ত্ৰ মুগ্ধৰ দৰে বঁাহ পৰি জীন যোৱা নিমাত-নিতাল।

তেওঁৰ ইংৰাজী পঢ়ুৱা শুনিবলৈ কেতিয়াবা কটন কলেজৰ ল'ৰাও আহি ক্লাছৰ শেষৰ বেঞ্চত বহি থাকে। ক্লাছত ইংৰাজী পঢ়াই থাকিলে আন ক্লাছৰ ল'ৰাই বাহিৰত জুম পাতি ৰৈ থাকে। সেই কথা আমি পূৰ্বতেও উল্লেখ কৰিছোঁ।

কলেজত থকা কালচোৱাত যদি কোনোবা অধ্যাপক উপস্থিত নাথাকে তেনে অৱস্থাত তেওঁ নিজেই গৈ মাজে মাজে ক্লাছ লয়। এদিন আমাৰ অসমীয়া ক্লাছত শিক্ষক নথকাত তেওঁ নিজেই গৈ ক্লাছত সোমাল। ৰোল কল কৰিয়ে শুধিলে "তোমালোকে বাৰু কবিতা ভাল পোৱানে নোপোৱা? যদি পোৱা এটা কবিতা মাতাচোন?" আমি তেতিয়া 'ছুৰবাৰ শূণ্য পৰিচয়' কবিতাটো

গাইছিলোঁ। তাৰ পিছত দেৱকান্ত বৰুৱাৰ 'তুমি নুবুজিবা সখি' কবিতাটো গাবলৈ দিছিলে। এয়েই আছিল হেম বৰুৱাৰ লগত আমাৰ প্ৰথম পৰিচয়ৰ সূত্ৰ।

অধ্যক্ষ হিচাপে হেম বৰুৱা ছাত্ৰৰ প্ৰতি সদায় সহানুভূতিশীল আৰু মৰমীয়াল। তেতিয়াৰ বি বৰুৱা কলেজৰ ছাত্ৰ সৰহ ভাগেই চাকৰিজীৱি। নিশাৰ কলেজত পঢ়া ছাত্ৰৰ বাবে পঢ়িবলৈ সময় বা ক'ত? অধ্যক্ষ হিচাপে হেম বৰুৱাই সেইকথা উপলব্ধি কৰিব পাৰিছিল। সেইবাবে ছাত্ৰক তেওঁ প্ৰেৰণা যোগাইছিল। এটি অনুষ্ঠানৰ ৰৰমুৰীয়া হিচাপে ছাত্ৰ শিক্ষকৰ পৰা কেৰাণী চকিদাৰলৈকে কোনোজনৰ প্ৰতি তেওঁৰ শাসন কঠোৰ শাসন নহয়। তেওঁ কঠোৰ বা কঢ় শাসন নকৰে যদিও তেওঁৰ ব্যক্তিত্বৰ প্ৰভাৱত সকলোটি নিজৰ দায়িত্বৰ প্ৰতি সচেতন। সহকৰ্মী অধ্যাপক সকলৰ লগত তেওঁৰ সম্পৰ্ক আছিল মধুৰ। আজৰি সময়ত অধ্যাপকসকল প্ৰায়ে অধ্যক্ষৰ কোঠাত—কেতিয়াবা সাহিত্যৰ আলোচনাত, কেতিয়াবা ৰসিকতাত ব্যস্ত। নৈশ কলেজৰ অধ্যাপকৰ বাবে আবেলি ফুৰাৰ সময়কণ নাই। সেয়েহে নিশা কলেজৰ অন্তত মাজে মাজে হেম বৰুৱাক দুই চাৰিজন অধ্যাপক লগত লৈ খোজকাঢ়ি ফুৰা দেখা গৈছিল।

১৯৫৭ খৃঃত সংসদৰ সদস্য নিৰ্বাচিত হোৱাৰে পৰা সংসদ চলি থকা সময়ত তেওঁ নতুন দিল্লীত আৰু সংসদ ভঙ্গ হোৱাৰ লগে লগে গুৱাহাটীলৈ আহি কলেজৰ দায়িত্ব বহন কৰিছিল। তাৰ মাজতে কেতিয়াবা অন্তৰ্দ্ধান হৈ কোনোবাখিনি পায়গৈ। কেতিয়াবা কোনো ঠাইৰ সভা-সমিতিত, আৰু কেতিয়াবা বানপানী, দুৰ্ভিক্ষ আদি হোৱা উত্তৰ কামৰূপ মঙ্গলদৈ অঞ্চলত। হেম বৰুৱা কলেজখনত থকা সময়ত কলেজখন যেন সজীৱ হৈ থাকে। তেওঁৰ উপস্থিতিয়ে কলেজখনত এক বুজাব নোৱাৰা গহীন গুৰুগহীন

পৰিৱেশৰ সৃষ্টি কৰে। আৰু তেওঁ নথকা কালছোৱাত কিবা যেন নাই নাই।

১৯৬২ খৃ.ৰ নিৰ্বাচনত দ্বিতীয় বাৰ নিৰ্বাচিত হোৱাৰ পিছত তেওঁ পাঁচ বছৰ কলেজৰ পৰা ছুটি লৈছিল। ১৯৬৭ খৃ'ৰ নিৰ্বা-চনত তৃতীয়বাৰ নিৰ্বাচিত হোৱাত সেই বছৰবে ১ এপ্ৰিলৰ পৰা একেবাৰে অৱসৰ গ্ৰহণ কৰিলে। সুদীৰ্ঘ একুৰি তিনি বছৰ কাল কলেজখনৰ অধ্যক্ষৰ দায়িত্বত থাকি শিক্ষাদানৰ পৰা একেবাৰে অৱসৰ গ্ৰহণ কৰিলে। জীৱনৰ শেষৰ কেইবছৰ তেওঁ পৰিচালনা সমিতিৰ সভাপতি। কিন্তু তেতিয়া আৰু আগৰ হেম বৰুৱা নাই, স্থবিৰ, বাক ৰুদ্ধ, ছাঁয়া পুতলা।

হেম্ বৰুৱা আছিল এগৰাকী বামপন্থী নেতা। পিছত তেওঁ বিৰোধী দলৰ সংসদী সদস্য। সংসদী সদস্য হোৱাৰ পূৰ্বৰে পৰা বামপন্থী নেতা। সেইবাবে চৰকাৰৰ বেঁকা চকু হেম বৰুৱাৰ ওপৰত। অধ্যক্ষ জনৰ ওপৰত চৰকাৰৰ বেঁকা চকু থকাৰ বাবে কলেজখনৰ প্ৰতিও চৰকাৰৰ সুদৃষ্টি নাছিল। সেইবাবে অনুষ্ঠানটোৱে কিছুপৰিমাণে চৰকাৰী সা-সুবিধাৰ পৰা বঞ্চিত হব লগা হৈছিল। কলেজখনে প্ৰগতিৰ পথত বাধা গ্ৰস্থ হব লগা হৈছিল। পিছত স্থাপন হোৱা ভালেমান কলেজে সুন্দৰ সুন্দৰ ভৱন নিৰ্মাণ কৰি পূৰ্ণাঙ্গ কলেজত পৰিণত হৈছিল। বহু বছৰলৈকে বি বৰুৱা কলেজ আছিল কামৰূপ একাডেমীৰ ভৱনতে। আৰ্থিক ক্ষেত্ৰত ক্ষতিগ্ৰস্থ হলেও হেম বৰুৱা অধ্যক্ষ হৈ থকা সময়ত বি বৰুৱা কলেজে এক স্বকীয়া মৰ্য্যাদা লাভ কৰিছিল।

বি বৰুৱা কলেজত অধ্যাপনা কৰা সময়তে হেম বৰুৱাই পি আৰ এচ (P.R.S.) ৰ বাবে মন মেলিলে। ইয়াৰ বাবে ডক্টৰ বাণীকান্ত কাকতিৰ পৰা এখন চাৰ্টিফিকেট বিচাৰি কাষ চাপিল। এদিন ৰাতিপুৱা সুন্দৰকৈ গা-পা ধুই এজোৰ নিকা সাজ পিন্ধি ডক্টৰ-কাকতিৰ ঘৰলৈ গ'ল। তেতিয়া ডক্টৰ কাকতি বাহিৰৰ

বাৰন্দাতে গুৰ গুৰি হোকাত থপাত খাই বহি আছিল। হেম বৰুৱাক দেখা পাইয়ে তেওঁ মিচিকিয়া হাঁহি এটি মাৰি ক'লে, "কিহে হেম, গুৰু ভক্তি জনাবলৈ আহিলা নেকি ?" বৰুৱাই বহি লৈ তেওঁ অহাৰ উদ্দেশ্যৰ কথা ক'লে আৰু ভাৰ বাবে তেওঁৰ পৰা সহায় বিচাৰিলে। কথাষাৰ শুনি তেওঁৰ পৰিচিত বিদ্রূপাত্মক হাঁহিটোৰে ক'লে, "পি আৰ এচ হব খুজিছা। নালাগে যোৱা, ৰাজনীতি কৰা। ৰাজনীতি আৰু সাহিত্য দুয়োটা একেলগে নহয়।" ডক্টৰ কাকতিয়ে এনেভাৱে কৈ বিমুখ কৰি "পঠোৱাৰ প্ৰধান কাৰণ বৰুৱাই এনেদৰে ৰাজনীতি কৰি সময় নষ্ট কৰাটো তেওঁ ভাল পোৱা নাছিল। তেওঁ ভালদৰে জানিছিল হেম বৰুৱা সাহিত্যৰ এজন কৃতী ছাত্ৰ। ৰাজনীতিত নলগা হলে তেওঁ সাহিত্যত ভালেখিনি অৱদান দিব পাৰিলেহেঁতেন।

হেম বৰুৱা সংসদী সদস্য নিৰ্বাচিত হোৱাৰ পিছত তেওঁৰ আন এগৰাকী শিক্ষা গুৰু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই কৈছিল, "হেম, এতিয়া তুমি বৰকৈ সাহিত্য চৰ্চা কৰি থাকিলে কিজানি তোমাক ৰাজনৈতিক নেতা হিছাপে বিচাৰ কৰাতকৈ সাহিত্যিক হিছাপে মানুহে বেছি গুৰুত্ব দিয়ে।" ডক্টৰ ভূঞাই জানিছিল দিল্লীৰ সংসদত অসমক প্ৰতিনিধিত্ব কৰিব পৰা এগৰাকী যোগ্য ব্যক্তি হেম বৰুৱা। কিন্তু বেছিকৈ সাহিত্য চৰ্চা কৰি থাকিলে সাহিত্যিক হিছাপে বিচাৰ কৰি ৰাজনীতিবিদ হিছাপে উপেক্ষা কৰিব পাৰে। কিন্তু সময়ৰ পৰিপ্ৰেক্ষিতত সাহিত্য চৰ্চাতকৈ ৰাজনীতি চৰ্চাৰ প্ৰয়োজন বেছি। তেওঁ বিচাৰিছিল হেম বৰুৱা এজন সাৰ্থক ৰাজনীতিবিদ হওঁক।

## বিশ্ববিদ্যালয় আন্দোলন

অসমত এটি স্বকীয়া বিশ্ববিদ্যালয় স্থাপনৰ আন্দোলন বহুদিনৰে পৰা। কলিকতাৰ ষ্টুডেণ্ট ওৱেলফেয়াৰ লীগে এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

১৯৪৪ খৃঃ ৰ ২ জুলাইত কলিকতাত অম্বিকা নাথ বৰাৰ ঘৰত অনুষ্ঠিত এখন সভাত বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ বাবে এখন সন্মিলন আহ্বান কৰিবলৈ স্থিৰ কৰা হয়। সেই বছৰৰে অক্টোবৰ মাহত নীলমণি ফুকনৰ পৌৰোহিত্যত শিৱসাগৰত অনুষ্ঠিত সাহিত্য সভাৰ লগতে বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কে আলোচনা কৰিবলৈ এখন সভা আহ্বান কৰা হয়। উক্ত সভাতে এখন ট্ৰাষ্টবোৰ্ড গঠন কৰি গোপীনাথ বৰদলৈ আৰু শৰৎ চন্দ্ৰ গোস্বামীক ক্ৰমে ট্ৰাষ্টবোৰ্ডৰ সভাপতি আৰু সম্পাদক নিৰ্বাচিত কৰা হয়। ইয়াৰ পিছত গুৱাহাটীত এখন প্ৰতিনিধিমূলক সভা আহ্বান কৰিবলৈ স্থিৰ কৰা হয়। ১৯৪৪ খৃঃ ৰ ২৯ আৰু ৩০ ডিচেম্বৰত এই সভা অনুষ্ঠিত হৈছিল।

ৰোহিণী কুমাৰ চৌধুৰী আৰু বিৰিঞ্চি কুমাৰ বৰুৱা ক্ৰমে কন্-ভেনচনৰ বাবে গঠিত অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক। বিৰিঞ্চি কুমাৰ বৰুৱাৰ উজান বজাৰৰ কাঠৰ দুমহলীয়া ঘৰটোৰ তলৰ এটা কোঠালীয়ে আছিল সভাৰ উদ্যোগ কেন্দ্ৰ। গুৱাহাটীলৈ আহি বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত হেম বৰুৱাও এই ঘৰটোতে প্ৰথমতে কিছু কাল বাস কৰিছিল। দেৱকান্ত বৰুৱা আৰু ৰবীন্দ্ৰ নাথ বৰুৱাও একেলগে আছিল।

দেৱকান্ত বৰুৱা, হিৰণ্য চন্দ্ৰ ভূঞা, ৰোহিনী কুমাৰ বৰুৱা, হেম বৰুৱা প্ৰভৃতিয়ে কন্‌ভেনচনৰ সকলো কামতে লাগি ভাগি দিছিল।

গুৱাহাটীৰ সভাতে 'গুৱাহাটী বিশ্ববিদ্যালয়' নামেৰে গুৱাহাটীতে বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰা হয়। বৰদলৈ ন্যাস সমিতিৰ সভাপতি, ফখৰুদ্দিন আলি আহম্মদ সমিতিৰ সচিব, ৰমেশ চন্দ্ৰ চৌধুৰী আৰু বিৰিঞ্চি কুমাৰ বৰুৱা সমিতিৰ সহকাৰী সচিব।

গোপীনাথ বৰদলৈয়ে গুৱাহাটীৰ উপৰিও নগাওঁ, যোৰহাট,

শিৱসাগৰ, ডিব্ৰুগড় প্ৰভৃতি ঠাইলৈ গৈ বিশ্ববিদ্যালয়ৰ বাবে ধন সংগ্ৰহ কৰি ফুৰিছিল। বৰদলৈৰ ঘনিষ্ঠ সহযোগী হেম বৰুৱাও বহু ঠাইতে বৰদলৈৰ লগত আছিল সহযাত্ৰী। এনেদৰে ধন তুলি ফুৰোতে বৰদলৈ হেনো দুই এঠাইত অপমানিত হব লগা হৈছিল। সেই বিষয়ে হেম বৰুৱাই লিখিছে :

"ভাহানি লোকপ্ৰিয় বৰদলৈৰ সৈতে বিশ্ববিদ্যালয়ৰ কাৰণে পুঁজি সংগ্ৰহ কৰিবলৈ যাওঁতে অসমৰ লব্ধপ্ৰতিষ্ঠ এজন নেতাই বৰদলৈ ভাণ্ডাৰীয়াৰ প্ৰতি খঙাল আচৰণ কৰা দেখিছিলোঁ।"[৬]

কিন্তু জাতীয় স্বাৰ্থৰ খাতিৰত বিশ্ববিদ্যালয় স্থাপনৰ সপোন ৰচি সকলো মান-অপমানকে মূৰ পাতি লৈছিল বৰদলৈ ভাণ্ডাৰীয়াই।

ধন তোলা কাৰ্য্যত বৰদলৈৰ লগত মাধৱ চন্দ্ৰ বেজবৰুৱা আছিল ঘনিষ্ঠ সহযোগী। বৰদলৈ আৰু বেজবৰুৱাৰ লগত হেম বৰুৱাই বিভিন্ন ঠাইত ধন সংগ্ৰহ কৰি ফুৰিছিল। মাজুলীৰ আউনীআটী সত্ৰলৈকো বিশ্ববিদ্যালয়ৰ বাবে ধন বিচাৰি গৈছিল। এনেদৰে ধন বিচাৰি যাওঁতে এজন পণ্ডিত ব্যক্তিয়ে বিশ্ববিদ্যালয়ৰ বাবে ধন আগবঢ়াইছিল মাত্ৰ তিনি টকা।

১৯৪৮ খৃঃ ত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হয়। পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য। হেম বৰুৱাও বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্য মনোনীত হৈছিল।

বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্য হিচাপে হেম বৰুৱা সক্ৰিয় আৰু সদা জাগ্ৰত। বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সভাত সকলো কথাতে উদাৰ আৰু গঠনমূলক দৃষ্টিৰে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰা সদস্যসকলৰ ভিতৰত হেম বৰুৱা অন্যতম। একেজন অধ্যাপকে প্ৰবেশিকাৰ পৰা বি এ, এম এ শ্ৰেণীলৈকে সকলো পৰীক্ষাৰে মুখ্য পৰীক্ষক হোৱা কথাষাৰ বিশ্ববিদ্যালয়ৰ কোৰ্টত হেম বৰুৱাই মুকলিভাৱে সমালোচনা কৰিছিল। পিছত বিভিন্ন পৰীক্ষাত বিভিন্ন অধ্যাপক

৬ ডাক পথিলি—হেম বৰুৱা।

মুখ্য পৰীক্ষক নিয়োগ কৰাৰ মূলতে হেম বৰুৱাৰ মুকলি সমালোচনা।

## গুৱাহাটী : ভঙুৰা মেছ

দেৱকান্ত বৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা আৰু হেম বৰুৱা উজান বজাৰত একেলগে বাস কৰা বা মিলন আছিল মধুৰ মিলন। নন সাহিত্যৰ পঠন-পাঠন আৰু নানান ধৰণৰ সাহিত্য-সৃষ্টিৰ আলোচনা কৰিছিল তেতিয়াৰ এই তিনি গৰাকী ডেকা সাহিত্যিকে। বিৰিঞ্চি কুমাৰ বৰুৱা কটন কলেজৰ অধ্যাপক। তেওঁলোক অকল পঢ়া-শুনাতে সীমাবদ্ধ নহয়। ইয়াতে তেওঁলোকে 'বৰুৱা ক্লাব' নাম দি বেড্‌মিণ্টন আদি খেলাৰ ব্যৱস্থা কৰিছিল। হিৰণ্য চন্দ্ৰ ভূঞা, সুৰেশ চন্দ্ৰ ৰাজখোৱাও মাজে মাজে আহি খেলাত যোগ দিয়ে।

এসময়ত গুৱাহাটীত অধ্যাপক বুলিলে কটন কলেজৰ অধ্যাপক-সকলকে বুজাইছিল। কটন কলেজৰ অধ্যাপকসকলৰ চলন-ফুৰণ, পিন্ধন-উৰণ, খোজ-কাটল সকলোতে আছিল এটা স্বকীয়া বিশেষত্ব। বেশভূষাত চুট টাই মৰা সম্পূৰ্ণ চাহাবী সাজ, নাইবা চুৰীয়া পাঞ্জাবী পিন্ধি কান্ধত চাদৰ লোৱা গহীন ভাৰতীয় সাজ, বিছুমানৰ ডিঙি-লৈকে বুটাম মৰা কোট। কিন্তু উপাধ্যক্ষ হেম বৰুৱা আছিল ইয়াৰ ব্যতিক্ৰম। পিন্ধনত চুৰীয়া, আঠুলৈকে বৈ পৰা দীঘল পাঞ্জাবী। ফুৰা-চকা, লগ-সঙ্গৰো কোনো লাগ-বান্ধ নাই। ঘৰত পিন্ধা পায়জামাটোৰে তিনি আলিৰ কাষৰ পাণ দোকানত তামোল-চিগাৰেট খাই যিকোনো মানুহৰ লগতে মেল মাৰি থকা দেখা যায়। এই ব্যতিক্ৰম চকুত বিসদৃশ লাগিছিল বিশেষকৈ বি বৰুৱা কলেজৰ ছাত্ৰসকলৰ। অৱশ্যে পিছত সেই ভুল ভাঙিল। হেম বৰুৱা আছিল অধ্যাপক বুলিলে বুজা সেই গতানুগতিক জীৱনৰ ব্যতিক্ৰম।

বি বৰুৱা কলেজত অধ্যাপনা কৰা কালছোৱাতে তেওঁ সন্দিকৈ কলেজতো ১৯৪৪ খৃঃ ৰ চেপ্টেম্বৰৰ পৰা ১৯৪৫ খৃঃ ৰ ডিচেম্বৰলৈকে

প্ৰায় এবছৰ কাল অধ্যাপনা কৰিছিল। সন্দিকৈ কলেজত তেওঁৰ দৰমহা ৭০ টকা। ১৯৫০ খৃঃ ৰ আগষ্ট মাহৰ পৰা পুনৰ তেওঁ কেইমাহমান সন্দিকৈ কলেজতে অধ্যাপনা কৰিছিল।

যোৰহাট আৰু গুৱাহাটীত মাজে মাজে তেওঁ ঘৰুৱা শিক্ষক স্বৰূপেও ল'ৰা-ছোৱালীক পঢ়ুৱাইছিল। এঘৰ সম্ভ্ৰান্ত পৰিয়ালত পঢ়ুৱাওঁতে মাজে মাজে কেতিয়াবা তেওঁ দুই এদিন যাব নোৱাৰিলে দেওবাৰে পঢ়ুৱাই ক্ষতি পূৰণ কৰি দিব বিচাৰে। কিন্তু তেওঁক দেওবাৰে পঢ়ুৱাব নিদিয়ে। ইপিনে মাহৰ শেষত ক্ষতি হোৱা দিন কেইটাৰ পইচা কমকৈ দিয়ে। ঠিক যেনিবা নেপালীৰ গাখীৰৰ হিছাপহে। অৱশ্যে যাব নোৱাৰা দিন কেইটাত এনেদৰে পইচা কমকৈ দিয়াটো হেম বৰুৱাই বেয়া পোৱা নাছিল।

চেনিকুঠিত যুদ্ধৰ সময়ত থকা কলেজিয়েট হাইস্কুলৰ প্ৰধান শিক্ষকৰ অস্থায়ীভাৱে থকা বাসভৱনত কিছুদিন মহেশ্বৰ নেওগে বাস কৰিছিল। নেওগ ডাঙৰীয়া তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ ন্যাস সমিতিৰ 'অফিচ চেক্ৰেটাৰী'। বৰদলৈয়ে হেম বৰুৱাকো নেওগৰ লগত থকাৰ ব্যৱস্থা কৰি দিলে। তেওঁ লাকৰ মাজলৈ সঘনে আহিছিল দেৱকান্ত বৰুৱা। দেৱকান্ত বৰুৱা তেতিয়া 'দৈনিক অসমীয়া'ৰ সম্পাদক। তিনিও লগ হলে সাহিত্যৰ আলাপ-আলোচনাৰ পৰা নানান ধৰণৰ ৰসিকতাৰে মুখৰিত হয়। তিনিও গোট খাই মাজে মাজে দুই এক বিশিষ্ট ব্যক্তিৰ জন্মবাৰ্ষিকী উদ্‌যাপন কৰিছিল। মুনীন বৰকটকী সেই সময়ত 'দৈনিক অসমীয়া'ৰ সহকাৰী সম্পাদক। হেম বৰুৱা প্ৰায়ে দৈনিক অসমীয়া কাৰ্য্যালয়লৈ যায়। সম্পাদকৰ কোঠাত নানান ধৰণৰ আলাপ-আলোচনা, ৰসিকতা। মাজে মাজে দেৱকান্ত বৰুৱাই হেম বৰুৱাক কয়, "হেৰি বৰুৱা, দিয়কহে আজি এইটো বিষয়ৰ ওপৰত এটি সম্পাদকীয় লিখি।" হেম বৰুৱাই দেৱকান্ত বৰুৱাৰ অনুৰোধত মাজে মাজে দুই এটা সম্পাদকীয় লিখি দিয়ে। মাজে মাজে এই

মেললৈ, মহেশ্বৰ নেওগো আছে। তেতিয়া ৰসিকতা আৰু বেছি হয়।

হেম বৰুৱা বাস কৰা আন এটি উল্লেখযোগ্য স্থান শিলপুখুৰীৰ ৰামগিৰি মেছ। হেম বৰুৱা, মহেশ্বৰ নেওগ, নবেন্দ্ৰ নাথ শৰ্মা, ৰবীন হাজৰিকা, অভয় ডেকা, শৰৎ বৰুৱা প্ৰভৃতি ৰামগিৰি মেছৰ মেছবাসী। এই মেছৰো কিছুমান আমোদজনক কাহিনী আছে। মেছত থকা ভালে কেইজনেই উদীয়মান সাহিত্যিক। তেওঁলোকক সাহিত্য চৰ্চা কৰা দেখি মেছলৈ সঘনে অহা এজন বন্ধুৰো সাহিত্য চৰ্চা কৰিবলৈ মন গ'ল। এদিন তেওঁ এক দিস্তা কাগজ কিনি মেছলৈ আহিল। নিজ ঘৰত সাহিত্য চৰ্চা কৰাৰ অনুকূল পৰিৱেশ নাই। মেছৰ এজনৰ টেবুলত বহি একান্ত মনেৰে গল্প লিখাত লাগিল। কোনোৱে তেওঁৰ লগত কথা পাতিবলৈ খুজিলেও হাতেৰে মনে মনে থাকিবলৈ ইঙ্গিত দিয়ে। তাকে দেখি এজনে কাষ চাপি আহি চালে। কিনো লিখিছে—দুটা বাক্য লিখিছে, "এখন দেশত এজন মানুহ আছিল। তেওঁৰ একোচা গোঁফ আছিল।" এতিয়া তৃতীয় বাক্যটো কি লিখিব ভাবি আছে। ইজনে লাহেকৈ কাষত থিয় হৈ ক'লে, "লিখকে এদিন গোঁফকোচা খুৰাই পেলালে। হৈ গ'ল গল্প।" অৱশ্যে তেওঁৰ সাহিত্য চৰ্চা সিমানতে শেষ। হেম বৰুৱাৰ বিবাহো হয় ৰামগিৰি মেছত থকা কালছোৱাতে। বিয়াৰ পিছতো তেওঁ কিছুদিন মেছতে বাস কৰিছিল। পিছত শিলপুখুৰীতে আন এটি ঘৰ লৈ বাস কৰিছিল।

**বিবাহ :**

১৯৪৭ খৃঃ ৰ ৭ মাৰ্চত হেম বৰুৱা অনুৰূপা দেৱীৰ লগত বিবাহ-পাশত আৱদ্ধ হ'ল। অনুৰূপা দেৱী পিছত অনুৰূপা বৰুৱা—অনু বৰুৱা নামেহে পৰিচিত।

অনু বৰুৱাৰ জন্ম ১৯২৭ খৃঃ ত। তেওঁৰ পিতৃ বিশ্বেশ্বৰ চাংকাকতী। তেওঁ আছিল এগৰাকী শিক্ষাবিদ, পিছত 'ডি আই

আৰু স্কুলছ'। ১৯৬৪ খৃঃ ৰ ১৩ চেপ্টেম্বৰত ৮৮ বছৰ বয়সত তেওঁৰ মৃত্যু হয় (১৮৭৬-১৯৬৪)।

বিশ্বেশ্বৰ চাংকাকতীৰ পিতৃ যজ্ঞেশ্বৰ চাংকাকতী আৰু মাতৃ লীলাৱতী। লীলাৱতী হৰনাথ পৰ্বতীয়া বৰুৱাৰ বংশধৰ।

বিশ্বেশ্বৰ চাংকাকতীৰ পত্নী বসন্তলতা। তেওঁ শিৱৰাম বৰদলৈৰ কন্যা। শিৱৰাম বৰদলৈ ১৮৮৮ খৃঃ ত কলিকতাত স্থাপন কৰা অসমীয়া ভাষা উন্নতি-সাধিনী সভাৰ (অঃ ভাঃ উঃ সাঃ) প্ৰথম সম্পাদক। তেওঁৰ পত্নী অন্নদা দেৱী মাধৱ চন্দ্ৰ বৰদলৈৰ বৰজীয়ৰী। শিৱৰাম বৰদলৈ আৰু অন্নদা দেৱীৰ সন্তান আনন্দ, মহানন্দ, ৰমানন্দ, বসন্তলতা, লক্ষ্মীপ্ৰিয়া, মুক্তাবালা আৰু স্নেহলতা।

বিশ্বেশ্বৰ চাংকাকতীৰ পূৰ্বৰ ঘৰ ডিব্ৰুগড়ত। পিছতহে তেওঁ উত্তৰ গুৱাহাটীত ঘৰবাৰী কৰি স্থায়ীভাৱে বসতি কৰিছিল। বিশ্বেশ্বৰ চাংকাকতী আৰু বসন্তলতাৰ পুত্ৰ-কন্যা বাৰজন— হেমাঙ্গিনী, দিব্যপ্ৰভা, মাকনী, নিৰ্মলা, বীৰেন্দ্ৰ, খগেন্দ্ৰ, এটি ল'ৰা (মৃত্যু), এজনী কন্যা (মৃত্যু), অনুৰূপা (অনু বৰুৱা), অনিল (মৃত্যু) দেৱ আৰু উপেন্দ্ৰ।

বৰপুত্ৰ বীৰেন্দ্ৰ নাথ চাংকাকতী লোকপ্ৰিয় বৰদলৈৰ মাজু জোঁৱাই। অসম চৰকাৰৰ এগৰাকী উচ্চ পদস্থ বিষয়া। বৰ্তমান উত্তৰ লক্ষীমপুৰৰ ঘৰত আছে দ্বিতীয় পুত্ৰ খগেন্দ্ৰ নাথ চাংকাকতী। দেৱকুমাৰ বৰ্তমান লণ্ডনৰ ব্ৰেডফোৰ্ড বিশ্ববিদ্যালয়ৰ ইঞ্জিনীয়াৰিং বিভাগৰ অধ্যাপক। কনিষ্ঠ পুত্ৰ উপেন চাংকাকতী মেঘালয় চৰকাৰৰ ভূ-তত্ত্ব আৰু খনিজ বিভাগৰ উপ-সঞ্চালক।

অনু বৰুৱাই হাইস্কুলীয়া শিক্ষা লাভ কৰিছিল পাণবজাৰ ছোৱালী হাইস্কুলৰ পৰা আৰু বাস কৰিছিল ছোৱালী ছাত্ৰীবাসত। উক্ত স্কুলৰ পৰাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলেজীয়া শিক্ষা লাভ কৰিছিল সন্দিকৈ ছোৱালী কলেজত।

গুৱাহাটীত পঢ়ি থকা সময়তে এবাৰ তেওঁ তেজপুৰ হৈ উত্তৰ

লক্ষীমপুৰৰ ঘৰলৈ গৈছিল। তেজপুৰৰ পৰা বাছেৰে যাওঁতে বাছতেই হেম বৰুৱাৰ লগত তেওঁৰ প্ৰথম সাক্ষাৎ। হেম বৰুৱা দ্বিতীয়বাৰ সন্দিকৈ কলেজত অধ্যাপনা কৰাৰ সময়ত (১৯৪৫-৪৬) অনু বৰুৱা সেইখন কলেজৰ ছাত্ৰী। হেম বৰুৱাই যেতিয়া আবৃত্তিৰ সুৰত কবিতা পঢ়ায়, তেতিয়া আন ছাত্ৰীৰ দৰে অনু বৰুৱাই তন্ময় হৈ শুনি থাকে। 'সিদিনা হয়তো দুয়োৱে ভাবিব পৰা নাছিল যে এদিন তেওঁলোকে যুগ্ম জীৱন ৰচনা কৰিব লাগিব। কিন্তু 'মূৰৰ ওপৰৰ এডুখৰি ছালেই আবেলাৰ্ড আৰু হেলইছা'ৰ হিয়া দুখনিক এখনি কৰি তোলাৰ দৰে তেওঁলোকেও যুগ্ম জীৱন ৰচনা কৰিলে। হেম বৰুৱা আৰু অনু বৰুৱাৰ মিলনৰ গুৰিতে আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ। অনু বৰুৱা গোপীনাথ বৰদলৈৰ বৰ মৰমৰ, নিজৰ জীয়ৰী সদৃশ। স্কুল-কলেজত পঢ়া সময়ত মাজে মাজে গৈ বৰদলৈৰ ঘৰত থাকে। বৰদলৈৰ মাজু কন্যাই অনু বৰুৱাৰ নবৌয়েক। কলেজত পঢ়ি থাকোতে অনু বৰুৱাৰ মাকৰ মৃত্যু হয়। মাতৃহীনা ছোৱালী হিচাপেও বৰদলৈ দম্পতীৰ তেওঁ বৰ মৰমৰ।

হেম বৰুৱাৰো প্ৰথমতে আন এজনী ছোৱালীৰ লগতহে বিয়াৰ কথা চলিছিল। কিবা কাৰণত আলোচনাতে থাকিল।

হেম বৰুৱাই বিয়া পাতিছিল উত্তৰ লক্ষীমপুৰত বাহৰ পাতি। তেতিয়াৰ উত্তৰ লক্ষীমপুৰ অসমৰ কলিয়াপানী। যোৰহাটৰ পৰা কমলাবাৰী নিমাতী ঘাটেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ সিপাৰৰ পৰা পুনৰ মটৰেৰে লক্ষীমপুৰলৈ যাব লাগে। দৰাঘৰীয়া মানুহ জোৰণৰ আগদিনাখনে গৈ বাহৰ পাতিছিল। বৰযাত্ৰীৰ লগত আছিল থাগ্নীবৰ নীলমণি ফুকন। চিৰ কৌমাৰ্য্যব্ৰতী ফুকনে ওৰে নিশা এই মধুৰ মিলন উপভোগ কৰি দৰা-কন্যাক আশীৰ্বাদ দিছিল।

হেম বৰুৱাই দৰা সাজি কইনা ঘৰলৈ ওলাই যাওঁতে বাটত হেণ্ডাৰ ধৰিলে। হেণ্ডাৰ ধৰোতে দৰাসাজত থকা হেম বৰুৱাই আৰম্ভ কৰিলে হেণ্ডাৰ ধৰা সম্বন্ধে এজাউৰি বক্তৃতা। যেনিবা

বক্তৃতা মঞ্চহে। ফুকনৰ মধ্যস্থতাত যেনিবা সেই যাত্ৰাৰ শুৰ পৰিল। বিয়াৰ সময়ত কইনা পক্ষৰ ছোৱালীবিলাকে গোটেই নিশা জোৰা-নাম গায়ে। দৰা পক্ষৰ পৰা জোৰা-নামেৰেই তাৰ প্ৰত্যুত্তৰ দিলে ডেকা ল'ৰাবিলাকে। বৰদলৈৰ আশীৰ্বাদেৰে হোমাগ্নিক সাক্ষী কৰি ৰচনা কৰিলে দাম্পত্য জীৱনৰ এনাজৰী। অনু বৰুৱা তেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰী। বিয়াৰ পিছত পুনৰ হোষ্টেললৈকে উভতিল। হেম বৰুৱা উভতিল ৰামগিৰি মেছলৈ।

ইয়াৰ পিছত অনু বৰুৱা কিছুদিন যোৰহাটৰ ঘৰত বাস কৰিছিল। যোৰহাটৰ ঘৰতে ১৯৪৮ খৃঃ ৰ ৮ এপ্ৰিলত প্ৰথম পুত্ৰ টুমনৰ জন্ম। দ্বিতীয় পুত্ৰ অঞ্জনৰ জন্ম চেনিকুঠিৰ ঘৰত ১৯৫২ খৃঃ ৰ ২৯ মাৰ্চত।

শিলপুখুৰীৰ পিছত হেপীভিলা, নৱগ্ৰহ শ্মশানৰ ওচৰ আদি কেবাঠাইতো ঘূৰি-পকি শেষত চেনিকুঠিৰ ঘৰটোলৈ আহিল। এই ঘৰটোতে বাস কৰিলে জীৱনৰ সুদীৰ্ঘ কাল (১৯৫১-৭২ খৃঃ)। বহুতেই পিছত সেই ঘৰটো তেওঁৰ নিজৰ ঘৰ বুলিহে ভাবিছিল। সেই সক ঘৰখনিয়ে অনু বৰুৱাৰ কলাসুলভ হাতৰ পৰশত সজীৱ হৈ উঠিছিল। আটোম-টোকাৰীকৈ সজোৱা এটি অভিৰুচি সম্মত বৈঠকখানা, বাচকবনীয়া পুথিসমূহৰে লাগ বুলিলে পাৰ পৰাকৈ ৰখা পুথিভঁৰাল এটি, জাপ জাপকৈ বিধে বিধে ৰখা বাতৰি কাকত, আলোচনী আদিৰে ঘৰখনৰ এটি সুকীয়া সৌন্দৰ্য্য প্ৰকাশ পাইছিল।

চেনিকুঠিৰ হেম বৰুৱাজনেই জনমানসৰ হেম বৰুৱা। তেতিয়াৰ হেম বৰুৱাৰ জীৱন এটি কষ্টবহুল—কৰ্মবহুল গতিশীল জীৱন। চেনিকুঠিৰ ভাৰা ঘৰত থকা হেম বৰুৱাজনেই বিশিষ্ট শিক্ষাবিদ, প্ৰথিতযশা সাহিত্যিক আৰু জনপ্ৰিয় ৰাজনীতিবিদ হেম বৰুৱা।

১৯৫৭ খৃঃ ত সংসদী সদস্য নিৰ্বাচিত হোৱাৰে পৰা তেওঁৰ কৰ্মক্ষেত্ৰ হ'ল দুখন—অসম আৰু সংসদ ভৱন। সুদীৰ্ঘ চৈধ্য বছৰ কাল তেওঁ এই দুতৰপীয়া কাৰ্য্য সম্পন্ন কৰিবলগীয়া হৈছিল। সংসদী সদস্য নিৰ্বাচিত হোৱাৰ পিছত তেওঁ সুদীৰ্ঘ কাল বাস কৰিছিল নতুন

দিল্লীৰ চাণক্যপুৰীৰ চাউথ এভিনিউত। কিন্তু তেওঁৰ চেনিকুঠি আৰু চাণক্যপুৰীৰ সম্বন্ধ অটুত থাকিল। চেনিকুঠিৰ ঘৰখনলৈ আহিল কথা সাহিত্যিক যোগেশ দাস। হেম বৰুৱা আৰু যোগেশ দাসৰ সম্বন্ধ হৰিহৰৰ আত্মা। গতিকে ঘৰখন হেম বৰুৱাৰ হৈয়ে থাকিল। যোগেশ দাসৰ ঘৰখনক বাদ দি হেম বৰুৱাৰ জীৱনৰ কথা ভাবিব নোৱাৰি।' যোগেশ দাস আৰু তেওঁৰ পত্নী কনকলতা (কেতেকী) দাসে এই সুদীৰ্ঘ চৈধ্য বছৰ কাল চেনিকুঠিৰ ঘৰখনত হেম বৰুৱাক নিজৰ পৰিয়ালৰ মানুহৰ দৰে ৰাখিছিল। অথচ হেম বৰুৱাৰ লগত যোগেশ দাসৰ কোনো তেজৰ সম্বন্ধ নাই, একে জাত-কুলবো নহয়, একে ঠাইবো নহয়। যোগেশ দাসৰ ঘৰ ডুমডুমাৰ ওচৰত।

একজন ৰাজনৈতিক নেতাৰ ঘৰত হোৱা যিটো জন সমাগম, সময়ে অসময়ে দেখা কৰিবলৈ অহা, লগ ধৰিবলৈ অহা, আলাপ-আলোচনা কৰিবলৈ অহা যি জনস্ৰোত সকলোকে মাত কথা লগাই, নীৰৱে সেৱা-শুশ্ৰূষা কৰিছিল যোগেশ দাস আৰু কনকলতা দাসে।

ৰাতিপুৱাৰ লগে লগে হেম বৰুৱাক দেখা কৰিবলৈ অহা মানুহ হাজিৰ। তেতিয়া হয়তো হেম বৰুৱাই ৰাতৰি কাকতখনত চকু ফুৰাই চাহ কাপ হাতত লৈছে, নাইবা দাড়ি খুৰাবলৈ মুখত চাবোন সানিছে নাইবা গা-ধোৱা ঘৰত সোমাবলৈ ওলাইছেহে মাথোন। মানুহ অহাৰ সম্ভেদ পালেই কেতিয়াবা তেওঁ নিজেই 'আহিলেনে' বুলি ভিতৰতে বিৰক্ত হোৱা দেখা যায়। কেতিয়াবা মানুহৰ লগত কথা পাতোতে নিশা ১০।১১ বাজেহি। তথাপি কোনো ধৰণৰ বিৰক্ত প্ৰকাশ নকৰি সকলোৰে প্ৰতি ভাল ব্যৱহাৰ দেখুৱাই হেম বৰুৱাক আদৰ শুশ্ৰূষা কৰি ৰাখিছিল যোগেশ দাস আৰু তেওঁৰ পৰিয়ালে। এইখিনিতে কনকলতা দাসৰ ভনীয়েক অধ্যাপিকা বন্দনা (কণ) দাসৰ ভূমিকা উল্লেখযোগ্য। কোনো অভিযোগ নকৰাকৈ হেম বৰুৱাৰ আলপৈচান ধৰি প্ৰায়বোৰ কামকে কৰি দি সহায় কৰিছিল বন্দনাই।

চেনিকুঠিৰ সেই ঘৰখনৰে এচুকত হৰিহৰৰ কাষত আমিও স্থান পাইছিলোঁ। নন্দী-ভৃঙ্গী স্বৰূপে। প্ৰকৃত নন্দী-ভৃঙ্গীৰ কাৰ্য্য কৰিব পাৰিছিলোঁ। নে নাই আমাৰ নিজৰে সন্দেহ আছে যদিও আমি এই ছুগাৰাকী উদাৰ হৃদয়ৰ মহান ব্যক্তিৰ নিবিড় সান্নিধ্য যে লাভ কৰিব পাৰিছিলোঁ। সেইকথা অনস্বীকাৰ্য্য। আমাৰ কলেজীয়া কালছোৱাৰ চাৰিবেৰৰ উপৰিও চেনিকুঠিৰ ঘৰুৱা আলোচনাত হেম বৰুৱাৰ মুখত অধ্যাপনাৰ ভালেমান কাহিনী, নানা তৰহৰ গল্প, দেশ-বিদেশৰ কথা, ন ন সাহিত্যৰ সংবাদ শুনি ঘণ্টাৰ পিছত ঘণ্টা কটাবলগীয়া হৈছিল। পথৰা লুঙিখন আৰু খদ্দৰৰ হাতে চিলোৱা গেঞ্জীটোৰে সমুখৰ টিপয়খনত এবটা তামোল লৈ হো হো কৈ হাঁহি যেতিয়া তেওঁ সংসদৰ মজিয়াৰ নানান বাতৰি ৰস লগা কথাৰে পৰিবেশন কৰে তেতিয়া আমাৰ সংসদ ভৱনটো নিজ চকুৰে দেখা যেন লাগে। কথা শুনি শুনি নিশা হলে উঠিব খুজিলেই 'আৰু পাঁচ মিনিট বহা' বুলি আৰু ভালেখিনি সময় বহুৱাই ৰখাটো আৰু তামোল খাই খাই কথা কৈ থাকোতে বাক্যটো শেষ কৰি পিক্ পেলাবলৈ গলে উঠি আহিব পাৰো বুলি বাক্য শেষ নকৰাকৈয়ে পিক্ পেলাবলৈ যোৱাতো আছিল চিৰাচৰিত কাৰ্য্য।

ইয়াৰ মাজতে অলপমান আজৰি পালে তেওঁ হাতত এখন বাতৰি কাকত, আলোচনী নাইবা নতুন কিতাপ লৈ পঢ়াত ব্যস্ত। মাজ নিশালৈকে উজাগৰে থাকি হলেও হাততে পোৱা কিতাপ আলোচনীখন পঢ়ি অটোৱা তেওঁৰ চিৰাচৰিত ৰীতি। সভা-সমিতি বা দূৰ ভ্ৰমণৰ পৰা আহিও হাতত কিতাপ এখন লৈ পঢ়াত ব্যস্ত।

মাজে মাজে হেম বৰুৱাক দেখা যায় যোগেশ দাসৰ ৰবপুত্ৰ সিদ্ধাৰ্থৰ ( লাটুমণি ) লগত গভীৰ আলোচনাত মগ্ন। লাটুমণি তেতিয়া সৰু ল'ৰা, প্ৰাথমিক স্কুলৰ ছাত্ৰ। দুয়ো গভীৰ আলোচনাত মগ্ন হৈ মাজে মাজে হাঁহিছে। সেই সময়ত হেম বৰুৱা অধ্যক্ষ, সংসদৰ সদস্য নাইবা চিন্তাশীল সাহিত্যিক নহয়—এজন সৰল

শিশু। তেওঁলোকৰ আলোচনাত পিচে আনে ভাগ লব নোৱাৰে। মাথোন মাক-দেউতাকে মুখ টিপি টিপি হাঁহি আলেঙে আলেঙে চাইহে থাকে।

## ছ'চিয়েলিষ্ট দলৰ সদস্য

১৯৩৪ খৃঃত জয়প্ৰকাশ নাৰায়ণ, আচাৰ্য্য নৰেন্দ্ৰ দেৱ প্ৰভৃতিয়ে কংগ্ৰেছৰ ভিতৰতে গঠন কৰিছিল এটি সমাজবাদী দল—'কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি।' পাটনাত বহা এই অধিবেশনৰ সভাপতি আচাৰ্য্য নৰেন্দ্ৰ দেৱ। সমাজবাদত বিশ্বাসী ডাঃ ৰাম মনোহৰ লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন, অৰুণা আচফ আলি প্ৰভৃতিয়ে দলৰ কাৰ্য্যত পিছত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

বিয়াল্লিছৰ বিপ্লৱৰ সময়ত অসমৰ ভালেমান কংগ্ৰেছ কৰ্মীয়ে আত্মগোপন কৰি থাকিব লগা হৈছিল। শঙ্কৰ বৰুৱা, ব্ৰজনাথ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, লক্ষ্মীপ্ৰসাদ গোস্বামী, মহেন্দ্ৰ নাথ হাজৰিকা; লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকা প্ৰভৃতি ভালেমান কংগ্ৰেছ কৰ্মীয়ে সেই সময়ত আত্মগোপন কৰি অসমৰ বাহিৰতো থাকিব লগা হৈছিল। অৰুণা আচফ আলিও আত্মগোপন কৰি বাস কৰিছিল গুৱাহাটী চহৰত।

আত্মগোপন কৰি থকা অসমৰ কংগ্ৰেছ কৰ্মীসকলৰ সমাজবাদত বিশ্বাসী সৰ্বভাৰতীয় নেতা জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰাম মনোহৰ লোহিয়া, অচ্যুত পট্টবৰ্দ্ধন প্ৰভৃতিৰ লগত এটি যোগসূত্ৰ স্থাপন কৰিব পাৰিছিল। বিয়াল্লিছৰ আন্দোলনৰ পিছৰে পৰা অসমৰ ডেকা কংগ্ৰেছ কৰ্মীসকলৰ মাজত এক সমাজবাদী ভাৱধাৰাই প্ৰাধান্য লাভ কৰিলে।

বিয়াল্লিছৰ আন্দোলন সাম কটাত জাতীয় কংগ্ৰেছৰ সদস্যসকলে নিৰ্বাচনত অংশ গ্ৰহণ কৰি মন্ত্ৰীসভা গঠন কৰা আদি কামত আগ ভাগ লয়। কংগ্ৰেছৰ মাজত দেখা দিয়া কিছুমান ভিতৰুৱা কথাৰ

পৰা বিশেষকৈ ডেকা কৰ্মীসকলে এটি কংগ্ৰেছ ছ'চিয়েলিষ্ট দল গঠন কৰাৰ আৱশ্যকতা অনুভৱ কৰিলে।

১৯৪৩ খৃঃৰ আগষ্ট মাহত ডাঃ ৰাম মনোহৰ লোহিয়া অসম ভ্ৰমণৰ বাবে আহিছিল। লোহিয়াৰ অসম ভ্ৰমণৰ পৰা অসমত কংগ্ৰেছ ছ'চিয়েলিষ্ট দল গঠনৰ প্ৰয়োজনীয়তা বাৰকৈয়ে অনুভৱ হয়। লোহিয়া উভতি যাওঁতে তেওঁক আগবঢ়াই থবলৈ আমিন গাওঁৰ পৰা শঙ্কৰ বৰুৱা, হেম বৰুৱা, লক্ষ্যধৰ চৌধুৰী, লক্ষ্মীপ্ৰসাদ গোস্বামী, সুবোধ হাজৰিকা প্ৰভৃতি কিছু দূৰলৈ আগ বাঢ়ে। আগবাটি গৈ থাকোতে এক প্ৰকাৰ ৰেলগাড়ীতে অসম কংগ্ৰেছ ছ'চিয়েলিষ্ট দল গঠনৰ পৰিকল্পনা কৰা হয়। সেই যাত্ৰাতে এখন সাত জনীয়া তদৰ্থ কমিটি গঠনৰ কথা চিন্তা কৰি সেই কমিটিক কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টি গঠনৰ ভাৰ দিয়া হয়। বৰপেটা ৰোড পোৱাৰ আগে আগে আলোচনা শেষ কৰি ডাঃ লোহিয়াক গাড়ীতে এৰি বাকী সকলোটি উভতি আহিল। এই ন জনীয়া সমিতিৰ সদস্য সকলৰ ভিতৰত হেম বৰুৱা অন্যতম। শঙ্কৰ বৰুৱা, হৰেশ্বৰ গোস্বামী, হেম বৰুৱা, লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকা, হিমাংশু দত্ত, দেৱকান্ত বৰুৱা, লক্ষ্মী প্ৰসাদ গোস্বামী, নিবাৰণ বৰা, ৰূপ ৰাম দত্ত আছিল ন জনীয়া সমিতিখনৰ সদস্য। সুবোধ হাজৰিকা সমিতিখনৰ আহ্বায়ক।

হলধৰ ভূঞা, অজিত কুমাৰ শৰ্মা, বংশী দত্ত, এন আচাও সিং, প্ৰমোদ বৰ্মণ, গোলাপ বৰবৰা, প্ৰহ্লাদ বৰুৱা, পৰমা গগৈ কৰুণা গগৈ, দণ্ডি ৰাম দত্ত, যদুনাথ ভূঞা প্ৰভৃতি দলৰ আন আন সক্ৰিয় সদস্য।

১৯৪৭ খৃঃৰ মাৰ্চ মাহত কানপুৰত অনুষ্ঠিত কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ বাৰ্ষিক অধিবেশনত কংগ্ৰেছ শব্দটো গুছাই অকল ছ'চিয়েলিষ্ট পাৰ্টি কৰা হয়। পূৰ্বতে অকল কংগ্ৰেছৰ পৰাহে কংগ্ৰেছ ছ'চিয়েলিষ্ট দলৰ সভ্য ভুক্ত কৰা হৈছিল। কানপুৰ অধিবেশনৰ

প্ৰস্তাৱ অনুসৰি সভ্য ভৰ্তি সকলোলৈকে মুকলি কৰা হয়। অৰ্থাৎ কংগ্ৰেছৰ বাহিৰৰ লোকেও ছ'চিয়েলিষ্ট দলৰ সভ্য হব পাৰিব।

অসমতো কংগ্ৰেছ ছ'চিয়েলিষ্ট দল একেবাৰে ওলাই আহিল আৰু নকৈ ছ'চিয়েলিষ্ট দল গঠন কৰিলে। ১৯৪৭ খৃঃৰ ডিচেম্বৰ মাহত যোৰহাটত ছ'চিয়েলিষ্ট দলৰ অধিবেশন অনুষ্ঠিত হৈছিল। এই অধিবেশনৰ সভাপতি আছিল জয়প্ৰকাশ নাৰায়ণ। উক্ত অধিবেশনতে দলৰ নিয়মাৱলী ৰচনা হয় আৰু গৃহীত হয়। জয়প্ৰকাশ নাৰায়ণে বাৰ দিন জুৰি অসমৰ বিভিন্ন ঠাইত ভ্ৰমণ কৰি ছ'চিয়েলিষ্ট পাৰ্টিৰ কাৰ্য্য পন্থা ৰাইজক ব্যাখ্যা কৰিছিল।

অসমত নতুনকৈ গঠন কৰা ছ'চিয়েলিষ্ট দলৰ সভাপতি শঙ্কৰ বৰুৱা আৰু সম্পাদক হৰেশ্বৰ গোস্বামী। বহুতো শিক্ষিত ডেকাই সেই সময়ত ছ'চিয়েলিষ্ট দলত যোগদান কৰিছিল।

সেই সময়ত মণিপুৰত প্ৰবেশ কৰিবলৈ এখন 'পাছ' লব লাগে। এই 'পাছ' প্ৰথাৰ বিৰোধিতা কৰি ১৯৪৭ খৃঃৰ চেপ্তেম্বৰ মাহত ছ'চিয়েলিষ্ট দলৰ পক্ষৰ পৰা এটি দল গৈ মণিপুৰত প্ৰবেশ কৰে। দলৰ হৈ হৰেশ্বৰ গোস্বামী, হেম বৰুৱা, অনু বৰুৱা, লক্ষ্মী প্ৰসাদ গোস্বামী, সুবোধ হাজৰিকা, হোমেশ্বৰ দেৱ চৌধুৰী প্ৰভৃতি মণিপুৰত প্ৰবেশ কৰে আৰু প্ৰবেশ কৰাৰ লগে লগে তেওঁলোকক গ্ৰেপ্তাৰ কৰা হয়। আৰু পিছত মটৰেৰে আনি কহিমাৰ ওচৰত এৰি থৈ যায়। কহিমাত মহেন্দ্ৰ গোস্বামীৰ ঘৰত তেওঁলোকে ৰাতিটো কটায়।

ছ'চিয়েলিষ্ট দলৰ মুখ পত্ৰ স্বৰূপে ১৯৪৭ খৃঃৰ ৯ আগষ্টৰ পৰা 'জনতা' নামৰ এখন সমাজবাদী সাপ্তাহিক কাকত প্ৰকাশ হয়। লক্ষ্যধৰ চৌধুৰী 'জনতা'ৰ সম্পাদক, সহকাৰী সম্পাদক প্ৰহ্লাদ কুমাৰ বৰুৱা।

হেম বৰুৱা জন্ম লগ্নৰে পৰা মৃত্যুৰ মুহূৰ্তলৈকে ছ'চিয়েলিষ্ট দলৰ সদস্য। প্ৰথমতে কাৰাগাৰৰ নিৰ্য্যাতন ভোগ কৰা তেওঁ

আছিল এগৰাকী কংগ্ৰেছ কৰ্মী। হেম বৰুৱা আছিল সেই সময়ৰ প্ৰদেশ কংগ্ৰেছৰ লাই খুটা স্বৰূপ আৰু অসমৰ প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈৰ অতি প্ৰিয়। বৰদলৈৰ আহ্বানত সঁহাৰি দিয়ে তেওঁ বি বৰুৱা কলেজত অধ্যাপনা কৰিছিল। তেনেস্থলত হেম বৰুৱাই বৰদলৈৰ নেতৃত্বাধীন কংগ্ৰেছৰ পৰা ওলাই আহি ছ'চিয়েলিষ্ট দলত যোগ দিয়াত কংগ্ৰেছ দলৰ চকু থিয় হ'ল। তেওঁ বৰদলৈক নেওচা দি ছ'চিয়েলিষ্ট দলত যোগ দিয়াত ৰাজনৈতিক মহলত আলোড়নৰ সৃষ্টি হৈছিল।

স্বাধীনতা লাভৰ পিছত ভাৰতবৰ্ষত কিষাণ মজদুৰ প্ৰজা পাৰ্টি এটি গঠন কৰিছিল। আচাৰ্য্য জে বি কৃপালনী আছিল এই কিষাণ মজদুৰ প্ৰজা পাৰ্টিৰ অন্যতম গুৰি ধৰোঁতা। ১৯৫১ খৃঃৰ নিৰ্বাচনৰ পিছত কিষাণ মজদুৰ প্ৰজা পাৰ্টি ছ'চিয়েলিষ্ট দলৰ লগত লগ হয়। তেতিয়াৰ পৰা এই নতুন দলৰ নাম হয় প্ৰজা ছ'চিয়েলিষ্ট পাৰ্টি—চমুকৈ 'পি এছ পি।' বিশ্ব গোস্বামী, ৰবীন নবিশ প্ৰভৃতি কিষাণ মজদুৰ প্ৰজা পাৰ্টিৰ সদস্য। নকৈ পি এছ পি দলৰ অন্তৰ্ভুক্ত হয়।

কিছুদিন পিছত পি এছ পি ৰ মাজত মতবিৰোধে দেখা দিয়ে। কেৰালাত সেই সময়ত সংযুক্ত মন্ত্ৰী সভাৰ মুখ্য মন্ত্ৰী আছিল থানু পিল্লাই। থানু পিল্লাই পি এছ পি দলৰ সদস্য। তেওঁ মুখ্যমন্ত্ৰী থকা কালছোৱাতে এবাৰ কেৰালাত গুলি চালনা কৰা হয়। ডাঃ লোহিয়াই গুলি চালনা কৰা বাবে থানু পিল্লাইক মুখ্যমন্ত্ৰী পদ ত্যাগ কৰিবলৈ আহ্বান কৰে। এই খিনিতে দলৰ মত বিৰোধে দেখা দিয়ে। উক্ত কাৰণত আৰু আন আন কিছুমান কাৰণত ডাঃ ৰাম মনোহৰ লোহিয়াৰ নেতৃত্বত পি এছ পি ৰ পৰা কিছুমান সদস্য ওলাই আহি নকৈ ছ'চিয়েলিষ্ট দল গঠন কৰিলে। এই ছ'চিয়েলিষ্ট দলটোকে 'লোহিয়া গ্ৰুপ' বুলি জনা যায়। অসমত গোলাপ বৰবৰা, অজিত কুমাৰ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য,

সোনেশ্বৰ বৰা, বিপিন পাল দাস, পৰমা গগৈ প্ৰভৃতি ছ'চিয়েলিষ্ট দলৰ (লোহিয়া গ্ৰুপ) সদস্য। বিপিন পাল দাস সৰ্বভাৰতীয় ছ'চিয়েলিষ্ট দলৰ প্ৰধান সম্পাদক আছিল। হেম বৰুৱা পূৰ্বৰ পি এছ পি সদস্য হৈয়ে থাকিল।

কিন্তু তেওঁলোকৰ মাজত এই মতবিৰোধ সৰহদিন নাথাকিল। বিৰোধী দল হিচাপে পুনৰ দুয়োটা দল এক হ'ল। পি এছ পি, আৰু ছ'চিয়েলিষ্ট লগ হৈ নকৈ সংযুক্ত ছচিয়েলিষ্ট পাৰ্টি অৰ্থাৎ 'এছ এছ পি' গঠন কৰিলে। পি এছ পি ৰ সদস্য হেম বৰুৱা নকৈ এছ এছ পি ৰ সদস্য হ'ল।

কিছুদিন পিছত আকৌ মতবিৰোধে দেখা দিলে। পি এছ পি দল এইবাৰ সংযুক্ত ছ'চিয়েলিষ্ট পাৰ্টিৰ পৰা ওলাই আহিল। হেম বৰুৱাও পূৰ্বণি পি এছ পি দলৰ সদস্য হিচাপে সংযুক্ত ছ'চিয়েলিষ্ট পাৰ্টিৰ পৰা ওলাই আহিল।

১৯৭১ খৃঃৰ মধ্যকালীন নিৰ্বাচনৰ পিছত বিৰোধী দলবিলাকৰ কৰ্কাল ভাঙিল। পুনৰ পি এছ পি আৰু এছ এছ পি লগ হ'ল। এইবাৰ নতুনকৈ দলৰ নামকৰণ কৰিলে ছ'চিয়েলিষ্ট পাৰ্টি।

শিলপুখুৰীত থকা কাৰ্য্যালয়টোৱে পূৰ্বৰে পৰা ছ'চিয়েলিষ্ট আৰু পি এছ পি দলৰ কাৰ্য্যালয়। এই ভৱনটো নিৰ্মাণ কৰা হৈছিল জয়প্ৰকাশ নাৰায়ণে অসম ভ্ৰমণৰ সময়ত পোৱা ধনেৰে। ভ্ৰমণ কালত তেওঁৰ হাতত যিখিনি ধন অসমৰ ৰাইজে আগবঢ়াইছিল সেইখিনি ধনকে তেওঁ দলৰ ভৱন এটি নিৰ্মাণৰ বাবে আগবঢ়াইছিল। ভৱন নিৰ্মাণৰ বাবে মাটি ডোখৰ দান কৰিছিল হৰেশ্বৰ গোস্বামীৰ পিতৃ কুমুদেশ্বৰ গোস্বামীয়ে।

শঙ্কৰ বৰুৱাৰ পিছত ক্ৰমে হলধৰ ভূঞা, হৰেশ্বৰ গোস্বামী দলৰ সভাপতি। দলৰ সংগঠনৰ দিশত হৰেশ্বৰ গোস্বামীৰ দান সকলোৱেকৈ বেছি। তেওঁ গাৱেঁ-ভূঞে ঘূৰি-পকি নানান ধৰণে সংগঠনৰ কাৰ্য্যত উঠি পৰি লাগিছিল। হেম বৰুৱা আদিৰে পৰা

শেষলৈকে দলৰ কাৰ্যত লাগি-ভাগি আছিল যদিও সংগঠনৰ ক্ষেত্ৰত তেওঁৰ বিশেষ বৰঙণি নাই বুলি ক'ব পাৰি। তেওঁ গাৰঁলৈ গৈ সভা-সমিতি আদিত অংশ গ্ৰহণ কৰে, বক্তৃতা দিয়ে; কিন্তু সভ্য ভৰ্তি আদি দলৰ সংগঠনৰ কাৰ্য্যত তেওঁ তেনে ভাৱে লাগি-ভাগি দিব নোৱাৰে। আনকি ঘনিষ্ঠ সহযোগী বা অনুগামী সকলকো তেওঁ সদস্য ভুক্ত হবলৈ কেতিয়াও নকয়। এই লৈ হৰেশ্বৰ গোস্বামীৰ তেওঁৰ ওপৰত খং। গোস্বামীৰ মতে হেম বৰুৱাৰ ওচৰলৈ ইমান ডেকা ল'ৰাবোৰ আহে, তেওঁ এখন ৰচিদ বহী উলিয়াই আগবঢ়াই দিলেই বহুতো দলৰ সদস্য হৈ পৰে; অথচ তেওঁ তাকে নকৰে। গোস্বামী আৰু হেম বৰুৱা আছিল অন্তৰঙ্গ বন্ধু, ইজনে সিজনক মাতে 'হৰেশ্বৰ' 'হেম' বুলি আৰু সম্বোধন 'তই।' হৰেশ্বৰ গোস্বামী দলৰ যি কোনো কাৰ্য ক্ষেত্ৰতে বৰ 'চিৰিয়াচ।' হেম বৰুৱা সিমান 'চিৰিয়াচ' নহয়। তাৰ বাবে কেতিয়াবা গোস্বামীৰ পৰা তেওঁ বন্ধুত্বৰ ধমকনি খাব লগাও হৈছিল।

এদিনৰ কথা: নিৰ্বাচনৰ সময়। গোস্বামীয়ে গৈ তেওঁক পিছ দিনাৰ পৰা ক'ত ক'ত সভা-সমিতি পাতি ফুৰিব লাগিব তাৰ এখন দীঘলীয়া তালিকা লৈ নিৰ্দেশ দিছে। আৰু গোস্বামীয়ে নিজে ক'ত ক'ত ঘূৰিব সেই কথাও তেওঁক জনাইছে। সকলো কথা 'চিৰিয়াচলি' কৈ-মেলি গোস্বামী উভতি আহি নঙলা মুখ পাইছে। হেম বৰুৱা পিছে পিছে আহি নঙলা মুখত "হৰেশ্বৰ, এইবাৰ বোলে অমুকজন (কংগ্ৰেছী প্ৰাৰ্থী) হাৰিব, হয়নে?"

"তোক, তোক কিয় লাগে?" বুলি এটি ধমক দি গোস্বামী গাড়ীত উঠিল। দুই গৰাকী অন্তৰঙ্গ বন্ধুৰ এনে ধৰণৰ আমোদ-জনক কাহিনী আৰু বহু আছে।

হৰেশ্বৰ গোস্বামী আছিল অসম বিধান সভাৰ বিৰোধী দলৰ দলপতি। পি এছ পি তথা বিৰোধী দলৰ লাইখুটা স্বৰূপ হৰেশ্বৰ

গোস্বামীয়ে এদিন দল ত্যাগ কৰি কংগ্ৰেছত যোগদান কৰিলে। গোস্বামীৰ কংগ্ৰেছ দলত যোগদানে পি এছ পি তথা বিৰোধী দলৰ মূৰত মাধমাৰ সোধালে। সংসদত অশোক মেহতায়ো দল ত্যাগ কৰিছিল। এই যুগৰাকী প্ৰথিতযশা বিৰোধী নেতাৰ দল ত্যাগত হেম বৰুৱাই অন্তৰত পাইছিল প্ৰচণ্ড আঘাত। হেম বৰুৱা তেতিয়া সংসদী সদস্য। অসমত বহু মানুহৰে ধাৰণা হ'ল হেম বৰুৱায়ো সেই পথকে অনুসৰণ কৰিব নেকি? পি এছ পি সদস্যসকলৰ মুখ শুকাল। কিন্তু ক্ষমতাৰ লোভত দলাৰ বগৰিব দৰে বাগৰি ফুৰা নেতা হেম বৰুৱা নহয়। নতুন দিল্লীৰ পৰা তেওঁ লক্ষ্যধৰ চৌধুৰীলৈ আশ্বাস দি লিখিলে, "নভবা নিচিন্তাকৈ কোনোবা দললৈ আহিছিল আৰু নভবা নিচিন্তাকৈ আঁতৰি গ'ল। বিশ্ব গোস্বামীৰ নিচিনা নিস্বাৰ্থ কৰ্মী দলত আছে যেতিয়া পি এছ পি দলৰ চিন্তাৰ কাৰণ একো নাই।"

হেম বৰুৱা পি এছ পি দলৰ সভাপতি হ'ল। অকল সভাপতিয়ে নহয়, তেওঁ হৈ পৰিল দলৰ লাইখুটা স্বৰূপ। তেওঁৰ সোঁহাত স্বৰূপ হ'ল দলৰ সম্পাদক বিশ্ব গোস্বামী।

সময়ে সময়ে নানান ধৰণৰ গৰাখহনীয়া হৈ থাকিল যদিও সকলো বাধা-বিঘিনি, প্ৰলোভনক নেওচি বিৰোধী দলৰ নেতা স্বৰূপে এবুকু সাহসেৰে থিয় হৈ থাকিল হেম বৰুৱা আৰু দলৰ আন আন সদস্য বিশ্ব গোস্বামী, লক্ষ্যধৰ চৌধুৰী, সুবোধ হাজৰিকা, ডাঃ ভাৰিণী বৰুৱা, বিজয় দাস প্ৰভৃতি।

# সংসদী সদস্য | ৬

১৯৫২ খৃঃত স্বাধীনতা লাভৰ পিছত প্ৰথম সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। এই নিৰ্বাচনত বিধান সভা আসনৰ বাবে গুৱাহাটী সমষ্টিৰ পৰা ছ'চিয়েলিষ্ট সদস্য স্বৰূপে হেম বৰুৱাই প্ৰতিদ্বন্দ্বীতা কৰিছিল। এই নিৰ্বাচনত প্ৰতিদ্বন্দ্বীতা কৰা আন প্ৰাৰ্থীসকল হ'ল শ্ৰীমতী ৰাজ বালা দাস (কংগ্ৰেছ) গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য (কমিউনিষ্ট), ডক্টৰ জগদীশ চন্দ্ৰ মেধি (কৃষাণ মজদুৰ প্ৰজা পাৰ্টি)। নিৰ্বাচনত হেম বৰুৱাই পৰাজয় বৰণ কৰিব লগা হয়। গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য নিৰ্বাচিত হৈছিল।

১৯৫৬ খৃঃত ৰোহিনী কুমাৰ চৌধুৰীৰ অকাল মৃত্যুত গুৱাহাটী সংসদী সমষ্টিৰ উপনিৰ্বাচন হয়। ইতিমধ্যে কৃষাণ মজদুৰ প্ৰজা পাৰ্টি আৰু ছ'চিয়েলিষ্ট দল লগ হৈ পি এছ পি দল গঠন কৰিছিল। এই নিৰ্বাচনত হেম বৰুৱাই পি এছ পি প্ৰাৰ্থী স্বৰূপে প্ৰতিদ্বন্দ্বীতা কৰিছিল। আন দুগৰাকী প্ৰাৰ্থী দেবেন্দ্ৰ নাথ শৰ্মা (কংগ্ৰেছ) আৰু সত্যব্ৰত লহকৰ (নিৰ্দলীয়)। দেবেন্দ্ৰ নাথ শৰ্মা নিৰ্বাচিত হয়।

ইয়াৰ এবছৰ পিছত ১৯৫৭ খৃঃত দ্বিতীয় সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। এইবাৰো হেম বৰুৱাই গুৱাহাটী সমষ্টিৰ পৰা পি এছ পি প্ৰাৰ্থী স্বৰূপে প্ৰতিদ্বন্দ্বীতা কৰিলে। এইবাৰ হেম বৰুৱাই কংগ্ৰেছ প্ৰাৰ্থী দেবেন্দ্ৰ নাথ শৰ্মাক ৪৬,৮৭৩ টা ভোটৰ ব্যৱধানত পৰাজিত কৰি নিৰ্বাচিত হয়।

সংসদী সদস্য নিৰ্বাচিত হোৱাত হেম বৰুৱাৰ কৰ্মক্ষেত্ৰ গুৱাহাটীৰ চেনিকুঠিৰ পৰা উধাই গৈ নতুন দিল্লীৰ চাণক্যপুৰীৰ

চাউথ এভিনিউ পালেগৈ। সংসদী সদস্য নির্বাচিত হৈ পোন প্ৰথমতে অংশ গ্ৰহণ কৰিলে ৬ মে'ত অনুষ্ঠিত ৰাষ্ট্ৰপতি নির্বাচনত। ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদ দ্বিতীয় বাৰৰ বাবে ৰাষ্ট্ৰপতি নির্বাচিত হ'ল। বিনা প্ৰতিদ্বন্দ্বিতাই উপৰাষ্ট্ৰপতি নির্বাচিত হ'ল ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণন। লোক সভাৰ অধ্যক্ষ অনন্ত শয়নম আয়েঙ্গাৰ।

১২ মে'ত ৰাষ্ট্ৰপতি নির্বাচনৰ ফলাফল ঘোষণা কৰা হয়। সিদিনাই ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদে চেণ্ট্ৰেল হলত মুকলি কৰে নতুন লোক সভা আৰু ৰাজ্যসভা। সিদিনা আছিল ৩০ বহাগ সোমবাৰ—বুদ্ধ পূৰ্ণিমা। ইতিমধ্যে জৱাহৰলাল নেহৰুৰ নেতৃত্বত গঠিত হৈছিল নতুন মন্ত্ৰী সভা। শপত গ্ৰহণৰ পিছত লোক সভাৰ সদস্য স্বৰূপে আৰম্ভ হয় নতুন জীৱন।

১৯৬২ খৃঃৰ সাধাৰণ নির্বাচনত দ্বিতীয়বাৰ হেম বৰুৱা গুৱাহাটী সমষ্টিৰ পৰা লোক সভালৈ নির্বাচিত হয়। দ্বিতীয়বাৰ তেওঁৰ প্ৰতিদ্বন্দ্বী আছিল আন এগৰাকী কংগ্ৰেছ প্ৰাৰ্থী শিক্ষাবিদ আৰু সাহিত্যিক তীৰ্থনাথ শৰ্মা। ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণন এইবাৰ ভাৰতৰ ৰাষ্ট্ৰপতি নির্বাচিত হয়। উপৰাষ্ট্ৰপতি নির্বাচিত হয় ডক্টৰ জাকিৰ হুছেইন। পুনৰ নেহৰুৰ নেতৃত্বত নতুন মন্ত্ৰীসভা গঠন কৰা হয়। ১৭ এপ্ৰিলত সংসদী সদস্য স্বৰূপে শপত গ্ৰহণ কৰিছিল।

চতুৰ্থ সাধাৰণ নির্বাচন অনুষ্ঠিত হৈছিল ১৯৬৭ খৃঃত। এইবাৰ হেম বৰুৱাই মঙ্গলদৈ সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি কংগ্ৰেছ প্ৰাৰ্থী ধৰণীধৰ দাসক বিপুল সংখ্যাগৰিষ্ঠ ভোটত পৰাজিত কৰি সংসদী সদস্য নির্বাচিত হয়। এইবাৰ ডক্টৰ জাকিৰ হুছেইন ৰাষ্ট্ৰপতি আৰু বৰাহগিৰি ভেঙ্কটগিৰি উপৰাষ্ট্ৰপতি নির্বাচিত হয়। প্ৰধান মন্ত্ৰী নির্বাচিত হয় শ্ৰীমতী ইন্দিৰা গান্ধী।

১৯৭০ খৃঃৰ শেষৰ ফালে প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ নিৰ্দেশত সংসদ ভঙ্গ কৰা হয়। লগে লগে অন্ত হয় হেম বৰুৱাৰ চৈধ্য

বছৰীয়া সংসদী জীৱনৰ। ১৯৭১ খৃঃৰ ফেব্ৰুৱাৰী মাহত মধ্যবৰ্ত্তী নিৰ্বাচন অনুষ্ঠিত হয়। হেম বৰুৱাই মঙ্গলদৈ সমষ্টিৰ পৰা পুনৰ প্ৰতিদ্বন্দ্বীতা কৰিছিল। আন দুজন প্ৰাৰ্থী হ'ল ধৰণীধৰ দাস (কংগ্ৰেছ) আৰু ডক্টৰ ভূপেন হাজৰিকা। মধ্যবৰ্ত্তী নিৰ্বাচনত তেওঁ কংগ্ৰেছ প্ৰাৰ্থীৰ হাতত পৰাজয় বৰণ কৰিব লগা হয়। জীৱনত তেওঁ ছয়বাৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বীতা কৰিছিল। ইয়াৰ ভিতৰত তিনিবাৰ জয়লাভ কৰে আৰু তিনিবাৰ পৰাজয় বৰণ কৰিব লগা হয়।

এজন সাৰ্থক সংসদী সদস্য হ'বলৈ এই কেইটা গুণৰ প্ৰয়োজন—এজন চৰিত্ৰবান মানুহ, এজন তীক্ষ্ণ-ধীসমপন্ন লোক, এজন কৰ্মক্ষম আদৰ্শবান মানুহ। হেম বৰুৱা আছিল এই আটাই কেইটা গুণৰে অধিকাৰী। মানসিক সচেতনতা, বহল অধ্যয়ন, যুক্তি প্ৰণোদিত সাহস আৰু স্পষ্টবাদিত—এই কেইটা গুণৰ বাবে অতি কম সময়ৰ ভিতৰতে হেম বৰুৱা হৈ উঠিছিল এজন জাকত জিলিকা সংসদী সদস্য। সুদীৰ্ঘ চৈধ্য বছৰ কাল তেওঁ এগৰাকী আগশাৰীৰ সংসদী সদস্য স্বৰূপে, এজন ভাৰতীয় নেতা স্বৰূপে খ্যাতি অৰ্জন কৰিব পাৰিছিল।

প্ৰথম বাৰৰ বাবে হেম বৰুৱাই সংসদী ৰাজনীতিত প্ৰৱেশ কৰিয়ে নিজৰ দক্ষতা, কৰ্তব্যনিষ্ঠাত অধ্যয়নৰ মাধ্যমেৰে সকলোৰে চকুত হৈ পৰিছিল এগৰাকী আগশাৰীৰ নেতা। পাঞ্জাৱৰ 'ট্ৰিবিউন' নামৰ এখন দৈনিক ইংৰাজী কাকতে সেই সময়ৰ পোন্ধৰজন জাকত জিলিকা সংসদী সদস্যৰ সংসদী কাৰ্য্যকলাপৰ চমু খতিয়ান দাঙি ধৰিছিল। সেই পোন্ধৰ গৰাকী সদস্যৰ ভিতৰত আছিল হেম বৰুৱাও এজন। আৰু এবাৰ নতুন দিল্লীৰ 'টাইমচ অৱ ইণ্ডিয়া' কাকতে দহ গৰাকী সংসদী সদস্যৰ কাৰ্য্যকলাপৰ চমু খতিয়ান দাঙি ধৰিছিল। সেই দহ গৰাকী সংসদী সদস্যৰ ভিতৰতো হেম বৰুৱা আছিল এজন।

পাঞ্জাবৰ 'ট্ৰিবিউন'ত ( The Sunday Tribune, ৩ মে' ১৯৫৯ ) 'সংসদীয় বাক পটুতা' (Parliamentary Eloquence) শীৰ্ষক প্ৰবন্ধ এটাত কে, ঈশ্বৰ দত্তই বিশিষ্ট সংসদী সদস্যসকলৰ কাৰ্য্যকলাপ সম্পৰ্কে (How our Representatives function in Lok Sabha) আলোচনা কৰিছিল। পোন্ধৰজন বিশিষ্ট সদস্যৰ ভিতৰত আছিল অধ্যক্ষ এম অনন্ত শয়নম্ আয়েঙ্গাৰ, প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰু, স্বৰাষ্ট্ৰ মন্ত্ৰী গোবিন্দ বল্লভ পন্ট, অৰ্থ মন্ত্ৰী মোৰাৰজী দেশাই, প্ৰতিৰক্ষা মন্ত্ৰী ভি কে কৃষ্ণমেনন, এছ কে পাটিল, এছ এ ডাঙ্গে, হীৰেন মুখাৰ্জী, পি এছ পি নেতা আচাৰ্য্য জে বি কৃপালনী, অশোক মেহতা, নাথ পাই, হেম বৰুৱা, ডক্টৰ এ কৃষ্ণস্বামী, জয় পাল সিং, মিনু মাছানী, ফ্ৰেঙ্ক এন্থোনী ।

হেম বৰুৱাৰ বিষয়ে লিখিছিল :

"One of the more ardent spirits of the P. S. P, Mr. Hem Barua brings to the House a certain anti-mation by the occasional, if not frequent interlu-des which are conspicuous for the Assamese but in American accent. A professor of English he has an attractive style, though it is sometimes vitiated by a few avoidable mannerisms. He punctuates his speeches by too many a 'Sir' and lets himself be overcome by exuberance. With a greater control over the form the active alert interpid Mr. Hem Barua can prove to be yet more effective. He be-longs to the chosen few in the House who are worth watching."

সংসদী সদস্য নিৰ্বাচিত হোৱাৰ মাত্ৰ ছবছৰৰ ভিতৰতে অভিজ্ঞ আৰু প্ৰথিতযশা সংসদী সদস্যসকলৰ শাৰীলৈ আহি শ্ৰেষ্ঠ পোন্ধৰ

জনৰ ভিতৰত এজন হব পৰাটো অৱশে হেম বৰুৱাৰে গৌৰৱৰ কথা নহয়, অসমৰ বাবেও গৌৰৱৰ কথা ।

সংসদৰ সদস্য নিৰ্বাচিত হৈ প্ৰথমখন অধিবেশনতে হেম বৰুৱা আৰু বিজয় চন্দ্ৰ ভাগৱতীয়ে উত্থাপন কৰিছিল দুটি প্ৰয়োজনীয় প্ৰশ্ন প্ৰথমটো অসমৰ কাৰণে বেলৱে জনৰ সদৰ কাৰ্য্যালয় আৰু আনটো ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ । তেতিয়ালৈকে ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ হোৱা নাছিল ।

সেই সময়তে অসমত গঢ়ি উঠিছিল শোধনাগাৰ আন্দোলন । কেন্দ্ৰীয় চৰকাৰে বিশেষজ্ঞ সমিতিৰ গাত ভেজা দি শোধনাগাৰৰ বাবে স্থান নিৰ্মাণ কৰিছিল বিহাৰৰ বাৰাউনি । তেওঁ এখন দ্বিতীয় বিশেষজ্ঞ সমিতি গঠন কৰিবলৈ প্ৰস্তাৱ উত্থাপন কৰিছিল । অসমত শোধনাগাৰ পতাৰ বিৰুদ্ধে দৃঢ়মত পোষণ কৰিছিল প্ৰধান মন্ত্ৰী নেহৰুৱে । শোধনাগাৰৰ দাবীত হেম বৰুৱা সিমানতে ক্ষান্ত নাথাকি সংসদত এটি সভা স্থগিত প্ৰস্তাৱ আগবঢ়াইছিল । অৱশ্যে প্ৰস্তাৱটো নাকচ হয় ।

শোধনাগাৰৰ দাবীত অসমৰ গাৱে-নগৰে, চুকে-কোণে গঢ়ি উঠিছিল প্ৰবল জনমত, ধৰ্মঘট সভা সমিতি সত্যাগ্ৰহ । হেম বৰুৱাই কমলনাৰায়ণ চৌধুৰী প্ৰভৃতি কেইগৰাকীমান সহকৰ্মীক লগত লৈ নিজেও সত্যাগ্ৰহ কৰিছিল গুৱাহাটী সদৰ পুলিচ থানাৰ ওচৰত থকা ইণ্ডিয়ান এয়াৰ লাইনচৰ কাৰ্য্যালয়ৰ সমুখত । সত্যাগ্ৰহ পিকেটিং আদি কৰাৰ ফলত ভালেকেইজন বিৰোধী দলৰ নেতা, স্কুল-কলেজৰ ছাত্ৰ জেললৈ যাব লগা হয় । হেম বৰুৱাও জেলত সোমাব লগা হয় ।

অসমত গঢ়ি উঠা আন্দোলনৰ ফলতে শেষত কেন্দ্ৰীয় চৰকাৰে গুৱাহাটীত এটি দ্বিতীয় শোধনাগাৰ গঢ়ি তুলিলে । কিন্তু ই বাৰাউনিৰ প্ৰথম শোধনাগাৰতকৈ ভালেখিনি সৰু । গুৱাহাটী শোধনাগাৰৰ প্ৰতি কেন্দ্ৰীয় চৰকাৰৰ আছিল মাহী আইৰ সাদৰ । এই আওকণীয়া

মনোভাবৰ বাবে নিৰ্মাণ কাৰ্য্যত বাধা পাব লগা হৈছিল। শোধনা-গাৰৰ ভিতৰ চ'ৰাৰ ভালেমান খবৰ সংসদৰ মজিয়াত উত্থাপন কৰি সংসদৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

কেন্দ্ৰীয় চৰকাৰে খাৰুৱা তেলৰ বাবদ অসমক দিব লগা ৰয়েলি-টিৰ ক্ষেত্ৰত ন্যায্য দাবীৰ অস্বীকাৰ কৰিছিল। সদনৰ মজিয়াত সেই ন্যায্য দাবীৰ কথা হেম বৰুৱাই বাৰে বাৰে উত্থাপন কৰোতে কিছুমান কংগেছী সদস্যই 'ই বৰুৱাৰ আঞ্চলিক প্ৰীতি' বুলি ইতিকিং কৰিছিল। কিন্তু হেম বৰুৱা জানো সেও মনা লোক। তাৰ উত্তৰত দৃঢ়ভাবে কৈছিল, "আঞ্চলিক প্ৰীতি সাম্প্ৰদায়িকতাৰ দৰেই অশোভনীয় নহয়। আঞ্চলিক প্ৰীতি বাস্তব বস্তু। সাম্প্ৰদায়িকতা হৈছে ধ্বংসমুখী ; জাতীয়তাবাদক ধ্বংস কৰা বস্তু।"

সদনত হেম বৰুৱাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল খনিজ মন্ত্ৰী কেশৱ দেৱ মালব্যৰ বিৰুদ্ধে তোলা দুৰ্নীতিৰ গুৰুতৰ অভিযোগৰ বাবে। হেম বৰুৱাই অভিযোগ তোলে মেচাৰ্চ চিৰাজুদ্দিন এণ্ড কোম্পানীৰ পৰা ১৯৫৭ খৃঃৰ নিৰ্বাচনত দহ হাজাৰ টকা লোৱা হৈছিল এজন কংগ্ৰেছী সদস্যৰ নিৰ্বাচনৰ বাবে। আৰু এই টকা গ্ৰহণ কৰিছিল মালব্যৰ ব্যক্তিগত সচিবে। আনহাতে উক্ত কোম্পানীকে দিয়া হৈছিল 'ক্ৰোম আৰু মেঙ্গানিজ' ৰপ্তানিৰ লাইচেন্স। আৰু শিল্প আৰু বাণিজ্য মন্ত্ৰণালয়ৰ পৰা আমদানি লাইচেন্স।

মালব্যই হেম বৰুৱাৰ অভিযোগসমূহ অস্বীকাৰ কৰি প্ৰত্যাহ্বান জনাই কলে, "বৰুৱা এজন দায়িত্বশীল সদস্য, তেওঁৰ বিৰুদ্ধে তোলা অভিযোগবোৰ যদি প্ৰমাণ কৰিব নোৱাৰে তেতিয়া হলে বৰুৱাই সংসদৰ সদস্য পদ ত্যাগ কৰিব পাৰিবনে ?"

মালব্যৰ প্ৰত্যাহ্বানত সঁহাৰি দি কংগ্ৰেছ সদস্যসকলে হেম বৰুৱাক ইয়াৰ প্ৰত্যুত্তৰ দিবলৈ অধ্যক্ষক টানি ধৰিলে। অধ্যক্ষৰ আসনত থকা উপাধ্যক্ষ কৃষ্ণমূৰ্ত্তি বাৱে মালব্যৰ প্ৰত্যাহ্বানৰ প্ৰতি

হেম বৰুৱাৰ দৃষ্টি আকৰ্ষণ কৰাত তেওঁ দৃঢ়স্বৰে উত্তৰ দিলে, "মোৰ অভিযোগ সম্পৰ্কে এটি মুকলি বিচাৰ হওক, ন্যায়িক তদন্ত হওক, যদি তেওঁ বিচাৰত নিজকে নিষ্কলুষ প্ৰতিপন্ন কৰিব পাৰে তেতিয়া হলে মই নিজেই পদত্যাগ কৰি ওলাই যাম।

( If you ask M/S Sirajuddin company will be given a single pie ? Let there be an open inquiry —a judicial inquiry into these charges and I repeat, I repeat, I repeat that I will resign my membership, if he emerges with signing colours, I do not bother. )

প্ৰধান মন্ত্ৰী নেহৰুৱে মালব্যৰ বিৰুদ্ধে উত্থাপন কৰা অভিযোগসমূহ বিচাৰৰ বাবে ন্যায়িক তদন্ত কৰিবলৈ বাধ্য হ'ল। উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ এছ আৰ দাসক অভিযোগসমূহ তদন্ত কৰিবলৈ নিয়োগ কৰিলে। তদন্তৰ অন্তত নেহৰুৱে সদনক জনাবলৈ বাধ্য হ'ল যে মালব্যৰ বিৰুদ্ধে তোলা ভালেকেইটি অভিযোগ তেওঁৰ প্ৰতিকূলে। কিন্তু নেহৰুৱে ন্যায়াধীশৰ সম্পূৰ্ণ প্ৰতিবেদনখন সদনত প্ৰকাশ কৰিবলৈ অসন্মত হৈছিল। ইতিপূৰ্বে মালব্যই মন্ত্ৰীপদ ত্যাগ কৰিছিল। সদনত প্ৰতিবেদন প্ৰকাশ নকৰালৈ তুমুল বাক–বিতণ্ডা কৰিছিল হেম বৰুৱাই। তেওঁৰ লগত অংশ গ্ৰহণ কৰিছিল আচাৰ্য্য কৃপালনী, সুৰেন দ্বিবেদী প্ৰভৃতিয়ে। হেম বৰুৱাই উত্তেজিত হৈ ভাষণ দি থাকোতে তেওঁৰ কাষলৈ আগবাঢ়ি আহিল ডাঃ ৰামমনোহৰ লোহিয়া। তেওঁ হেম বৰুৱাৰ কান্ধত হাতখন দি শান্ত হৈ বহিবলৈ দিলে। সদনত হাঁহিৰ ৰোল উঠিল। সেই হাঁহিত নেহৰুও ভাগ নোলোৱাকৈ নাথাকিল।

১৯৬০ খৃঃটো অসমৰ কাৰণে এটি দুৰ্য্যোগৰ বছৰ। অসমীয়া ভাষাক ৰাজ্যভাষা কৰিবলৈ গৈ অসমবাসীয়ে প্ৰবল আন্দোলন কৰিবলগীয়া হৈছিল। ৰঞ্জিত বৰপূজাৰী, সূৰ্য্য বৰা শ্বহীদ হ'ল।

হৰেশ্বৰ গোস্বামীয়ে শিলিগুৰিত দুৰ্বৃত্তৰ আক্ৰমণৰ পৰা কোনোমতে প্ৰাণ ৰক্ষা কৰিলে।

ভাষা আন্দোলনৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদ উঠিছিল নতুন দিল্লীৰ সংসদ ভৱনত। অসমৰ বিৰুদ্ধে ৰচনা কৰা বিবিধ পুথিৰে নতুন দিল্লী উপচি পৰিছিল। তেতিয়া নতুন দিল্লীত সংসদৰ বাহিৰে-ভিতৰে সকলো ধৰণৰ প্ৰতিবাদৰে সন্মুখীন হব লগা হৈছিল অকল হেম বৰুৱাই। বাহিৰত এনে অপবাদো প্ৰচাৰ হৈছিল যে হেম বৰুৱাই গুণ্ডাৰ দলৰ লগত অত্যাচাৰ কৰি ফুৰিছিল।

ভাষা আন্দোলনৰ সময়তে সদনত হোৱা আলোচনাত এবাৰ পি এছ পিৰ পক্ষৰ পৰা হেম বৰুৱাৰ সলনি আন এজনকহে কবলৈ দিবৰ বাবে স্থিৰ কৰিলে। ইয়াৰ প্ৰতিবাদত অসমৰ পৰা অসংখ্য তাঁৰ-বাৰ্তা, চিঠি আদি গ'ল। তেতিয়াহে তেওঁক কবলৈ সুযোগ দিলে। কিন্তু নিৰ্দ্ধাৰিত কেইমিনিটমানহে। নিৰ্দ্ধাৰিত কেই-মিনিটমানৰ ভিতৰতে তেওঁ গোটেই সমস্যাটোৰ এটি নিখুঁত চিত্ৰ দাঙি ধৰিলে সংসদৰ মজিয়াত। তেওঁৰ বক্তৃতাৰ সময়ত অসমীয়া ভাষা বিদ্বেষী এচাম বঙালী সদস্যই সদনৰ ভিতৰতে চিঞৰ-বাখৰ কৰিছিল; যাতে তেওঁ বক্তৃতা দিব নোৱাৰে নাইবা তেওঁৰ বক্তৃতা কোনেও নুশুনে। কিন্তু হেম বৰুৱা তেনেবোৰ প্ৰতিকূল অৱস্থাত সেও মনা মানুহ নহয়। তেওঁ সমস্যাটো সদনত দাঙি ধৰিহে ক্ষান্ত হ'ল। অৱশেষে প্ৰধান মন্ত্ৰী নেহৰুৱে ভাষা আন্দোলনৰ সমস্যাটোক সহানুভূতিৰে উপলব্ধি কৰিবলৈ যত্ন কৰিছিল। সদনত দিয়া বৰুৱাৰ ভাষণেৰে কবলৈ হলে, "অসমৰ ভাষা সমস্যাৰ প্ৰতি প্ৰধান মন্ত্ৰী নেহৰুৰ আছিল উপলব্ধিৰ মলম, হতাশাৰ এচিদ নহয়।"

চীন দেশে ভাৰতবৰ্ষ আক্ৰমণ কৰিছিল ১৯৬২ খৃঃৰ নৱেম্বৰ মাহত। সেয়েহে ১৯৬২ খৃঃ ৰ বছৰটো ভাৰতবৰ্ষৰ বাবে এটি দুৰ্য্যোগপূৰ্ণ বছৰ। অসমৰ পূৱত থকা নেফা অঞ্চল চীনৰ দখলাধীন হয়। চীনৰ আক্ৰমণত হেম বৰুৱাই ইয়াৰ প্ৰতিকাৰৰ উপায়

বিচাৰি সদনৰ মজিয়াত দৃঢ়ভাৱে দাবী জনায়। ২৯ নবেম্বৰত প্ৰধান মন্ত্ৰী নেহৰুৱে ব'মদিলা পতনৰ কথা ঘোষণা কৰে। ঘোষণা কৰাৰ লগে লগে হেম বৰুৱা খণ্ডত একো নাই হৈ পৰে। তেওঁ গুলী খোৱা বাঘৰ দৰে প্ৰতিকাৰৰ দাবী কৰি সংসদ ভৱন খলক লগায়। তীব্ৰভাৱে সমালোচনা কৰে প্ৰধান মন্ত্ৰী নেহৰু আৰু প্ৰতিৰক্ষা মন্ত্ৰী মেননক। তেওঁৰ লগতে প্ৰিয়গুপ্ত আৰু এইচ ভি কামাথেও প্ৰতিৰক্ষা ব্যৱস্থা সম্পৰ্কে জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন কৰিছিল। বহু সময়ত অধ্যক্ষই নিয়ন্ত্ৰণ কৰিবলগীয়া হৈছিল। সিদিনা হেম বৰুৱাৰ অৱস্থা হৈ পৰিছিল বৰ কৰুণ অথচ খঙাল। হেম বৰুৱাই বাৰে বাৰে প্ৰশ্ন কৰিছিল ভাৰত চৰকাৰে চীনৰ লগত যুদ্ধ বিৰতিৰ ব্যৱস্থা কৰিব নে মিত্ৰদেশসমূহৰ সহায়ত চীনৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিব।

"Whether the Government proposed to declare a total war against the Chinese with the aid both in men and materials from friendly countries or was contemplating a ceasefire and negotiations with the Chinese."

প্ৰধান মন্ত্ৰী নেহৰুৱে শান্তভাৱে হেম বৰুৱাৰ অভিযোগ শুনিছিল আৰু তাৰ যথাযথ উত্তৰ দি শেষত কৈছিল, "We are deeply distressed at the turn of events. I can well understand the friends of Assam (Mr. Barua) who should be more deeply distressed. We should take every conceivable and possible measure to meet the crisis. We are trying to get all possible help from friendly countries."

ইয়াৰ পিছত কংগ্ৰেছ সদস্যসকলৰ এখন সভা অনুষ্ঠিত হৈছিল। সেই সভাত এজন সদস্যই নেহৰুক ভালৰি বোলাবলৈ হেম বৰুৱাৰ বিৰুদ্ধে কৈ যেতিয়া সংসদত হেম বৰুৱাক কথা ক'বলৈ বন্ধ কৰিব

লাগে বুলি কৈছিল তেতিয়া হেনো নেহৰুৱে সদস্যজনক ধমক দি কৈছিল, "তুমি কি বুজিবা হেম বৰুৱাৰ অন্তৰৰ বেদনাৰ কথা।"

নেফা বিপৰ্য্যয়ৰ সময়তে আৰু এদিন সামৰিক বিষয়া এজনৰ সম্পৰ্কে সদনত তুমুল বাক-বিতণ্ডা হয়। হেম বৰুৱাই সামৰিক বিষয়াজনৰ বিৰুদ্ধে নানান প্ৰশ্ন কৰিছিল। সামৰিক বিষয়াজনৰ অৱহেলাই আছিল নেফা বিপৰ্য্যয়ৰ কাৰণ। তেওঁ সামৰিক বিষয়া-জনৰ বিৰুদ্ধে অনা অভিযোগসমূহৰ উত্তৰ দিব লগা হৈছিল নেহৰুৱে নিজেই। শেষত তেওঁলোকৰ মাজত হোৱা তীব্ৰ বাক্-বিতণ্ডাৰ প্ৰতি লক্ষ্য ৰাখি অধ্যক্ষই কৈছিল, "সেই বাক্-বিতণ্ডাৰ কথা সদনৰ ৰেকৰ্ডত নাথাকিব আৰু বাতৰি কাকতত প্ৰকাশ কৰিব নোৱাৰিব।" পিছত লগ পাই হেনো নেহৰুৱে কৈছিল, "তুমি মোক প্ৰচণ্ড আঘাত দিলা।" কিন্তু এইবাৰ কথাও নেহৰুৱে বুজি-ছিল হেম বৰুৱাই কোনো ব্যক্তিগত স্বাৰ্থৰ বাবে তেনেদৰে আঘাত দিয়া নাছিল; তৰ্ক কৰিছিল দেশৰ স্বাৰ্থৰ বাবেহে।

চীনৰ আক্ৰমণৰ সময়তে এদিন হেম বৰুৱাই নেহৰুৰ কোঠাত সোমাই অভিযোগ কৰিছিল, "চীন আক্ৰমণৰ এনে সঙ্কটপূৰ্ণ মুহূৰ্ত্তত কিয় নেহৰুৱে এবাৰো অসমলৈ যোৱা নাই।" অভিযোগৰ উত্তৰত নেহৰুৱে কৈছিল, "মই যাম। যাব নোৱাৰাটো মোৰ পক্ষে অন্যায় হৈছে। তুমি জানাই দেখোন বৃটিছ মিশ্যন আহিছে, আমেৰিকান মিশ্যন আহিছে। মই যাবলৈ ইচ্ছা কৰিও যাব পৰা নাই।"

আৰু এদিনৰ কথা। চীনৰ আক্ৰমণৰ ফলত উদ্ভৱ হোৱা জটিল পৰিস্থিতিৰ বাবে সংসদ ভৱনৰ বাহিৰত হেম বৰুৱা বিষাদ মনেৰে ৰহি আছে। তেনে সময়তে নেহৰু তেওঁৰ কাষলৈ আহি সান্ত্বনা দিব বিচাৰিলে, "তোমাৰ বেদনাৰ কথা বুজিছো হেম, চিন্তা নকৰিবা। Something good might come out of this evil. এখন নতুন অসমৰ জন্ম হব পাৰে।" অসমক চীনৰ হাতত

পটাই দি অসমীয়া মানুহক উৰিয়া আৰু বিহাৰলৈ নিয়াৰ অদ্ভুত কল্পনাও কৰিছিল ভাৰতীয় নেতাসকলে। চীনে ভাৰত আক্ৰমণ কৰাৰ পূৰ্বে লাডাখ সীমান্ত সম্পৰ্কে সংসদত সমস্যাটো কেবাবাৰো আলোচনা কৰিছিল। আলোচনা প্ৰসঙ্গত এবাৰ প্ৰধান মন্ত্ৰীয়ে কৈছিল, "লাডাখক লৈ আমাৰ বিশেষ চিন্তা কৰিবলগীয়া নাই। লাডাখত ঘাঁহ-বন একো নগজে।"

তেতিয়া সংসদত এইষাৰ কথাৰ প্ৰতিবাদ কৰিছিল হেম বৰুৱাই। ইয়াৰ কেইবছৰমান পিছত ভাৰত-চীন বিবাদৰ বিষয়ে আলোচনা কৰিবলৈ চৌ এন লাই ভাৰতলৈ আহিছিল। নেহৰুৱে পূৰ্বতে সংসদত দিয়া মন্তব্য 'লাডাখত ঘাঁহ-বন একো নগজে' অস্ত্ৰ স্বৰূপে লৈ লাডাখত তেওঁলোকৰ দাবী সাব্যস্ত কৰিব বিচাৰিছিল। চৌ এন লাই উভতি যোৱাৰ পিছত নেহৰুৱে সংসদত হেম বৰুৱাৰ পিনে আঙু-লিয়াই পুনৰ কৈছিল, "লাডাখত ঘাঁহ-বন একো নগজে, এইষাৰ কথালৈ মাননীয় সদস্য গৰাকীয়ে মোক সঁকিয়াই দিছিলে। তেওঁ আশঙ্কা কৰিছিল এইষাৰ কথা চৌ এন লাইয়ে আমাৰ বিপক্ষে দাবী সাব্যস্ত কৰিবলৈ ব্যৱহাৰ কৰিব পাৰে। প্ৰকৃতপক্ষে চৌ এন লাইয়ে তাকে কৰিবলৈ যত্ন কৰিছিল।"

চীনৰ প্ৰতি থকা ভাৰতৰ দুৰ্বল নীতিৰ কথা সমালোচনা কৰি এবাৰ হেম বৰুৱাই 'সিংহ আৰু ভেড়া ছাগলী'ৰ উপমা দি কৈছিল, "সিংহৰ লগত্‌ জানো ছাগলীৰ সহ অৱস্থান হব পাৰে? সহ অৱস্থান হলে ছাগলীয়ে সিংহৰ পেটত অৱস্থান কৰিব লাগিব।" হেম বৰুৱাৰ মন্তব্যৰ লগে লগে নেহৰু একেবাৰে হৈ পৰিছিল টিঙিৰি তুলা। এই সিংহ ভেড়া ছাগলীৰ উপমাই সংসদৰ বাহিৰে ভিতৰে মৃদু আলোড়ন তুলিছিল। বিভিন্ন বাতৰি কাকতত 'The Lion and the Lamb' শিৰোনামাৰে বাতৰিটো আকৰ্ষণীয় কৰাৰ উপৰিও এখন কাকতত ওলাইছিল এটি ধুনীয়া 'কাৰ্টুন'। The Indian Express কাকতত উক্ত শিৰোনামাৰে সম্পাদকীয় লিখি

বৰুৱাৰ মত সমৰ্থন কৰিছিল :

Truth hurts when it tells. Mr. Hem Barua's remark that the lamb could not co-exist with the lion touched the Prime Minister on the raw. Mr. Nehru was on his feet roaring at the opposition. He would have been more opposite had Mr. Barua copped his remark by conceding that the lion could co-exist with the lamb and that Mr. Nehru himself personified the truth of it. For while roaring at the opposition like a lion the Prime Minister behaves like a lamb in the wastes of Ladakh. The Lamb can indeed co-exist with the lion. New Delhi's policies prove it. Mr. Krishna Menon roars like a lion at Pakistan but gambols like a lamb at any mention of the near and dear names of Mao, Chou En Lai and China.

June 15, 1962.

আকৌ এবাৰ তিব্বত সম্বন্ধীয় আলোচনাত নেহৰুৱে কব বিচাৰিছিল তিব্বত কোনো কালে স্বাধীন নাছিল। বৰুৱাই লগে লগে প্ৰশ্ন কৰিলে, "প্ৰধান মন্ত্ৰীয়ে তেওঁৰ কোনোবা কিতাপত তিব্বত স্বাধীন বুলি লিখা নাই জানো? লিখিছিল যদি এতিয়া কিয় তিব্বতৰ ৰাজনৈতিক অৱস্থানৰ বিষয়ে তেওঁ স্পষ্ট নহয়?"

কথাষাৰ শুনাৰ লগে লগে নেহৰুৱে খণ্ডত তীব্ৰভাৱে প্ৰতিবাদ কৰিলে, "মাননীয় সদস্য গৰাকীয়ে এইবোৰ সম্ভেদ ক'ত পায় মই নাজানো। কোনো এখন কিতাপত মই তেনেকৈ লিখা মনত নাই।"

হেম বৰুৱাই তপৰাই কলে, "কিয়, আপোনাৰ 'গ্লিমছেচ অৱ দি ৱৰ্ল্ড হিষ্ট্ৰি'ৰ ১৯৩৯ খৃঃৰ সংস্কৰণত ৮৪২ পৃষ্ঠাত তিব্বত স্বাধীন বুলি লিখা নাছিল জানো?" তেওঁৰ স্মৃতি শক্তিয়ে সংসদত সকলোকে অবাক কৰিলে। লগে লগে অধ্যাপক ৰঙ্গই কলে—'বাঃ'।

অবাক কৰিলে প্ৰধান মন্ত্ৰী নেহৰুক। নেহৰু এইবাৰ শান্ত হ'ল

আৰু বিনীত ভাৱে ক'লে, "এনেদৰে লিখিবৰ সময়ত মোৰ হাতত বিশেষ তথ্য-পাতি নাছিল।"

সংসদত বৰুৱাই খণ্ডাল নেহৰুৰ লগত প্ৰতিবাদ কৰিহে আমোদ পাইছিল। যুক্তি, বিশ্লেষণ, তথ্য-পাতিৰে তেওঁ নেহৰুৰ খং মাৰ নিয়াব পাৰিছিল। নেহৰুৰ খঙৰ মূৰ্তি দেখি এবাৰ তেওঁ ধেমালি কৰি কৈছিল, "What is a panther without his roar, what is Mr. Nehru without his voice."

চীনৰ লগত সংঘৰ্ষ হোৱাৰ পিছত চৌ এন লাই কাইৰোলৈ যাওঁতে এখন অভ্যৰ্থনা সভাৰ আয়োজন কৰা হৈছিল। অভ্যৰ্থনা সভাত যোগদান কৰা ভাৰতীয় ৰাষ্ট্ৰদূতক চৌ এন লাইয়ে ভাল ব্যৱহাৰ কৰা নাছিল। ভাৰতীয় ৰাষ্ট্ৰদূতে সভাত যোগদান কৰা কাৰ্য্যৰ সদনত তীব্ৰ প্ৰতিবাদ জনালে হেম বৰুৱা আৰু কামাথে। হেম বৰুৱাই শেষত কৈছিল, "No Indian with an iota of self respect would have eaten from the enemy table."

সদনত হেম বৰুৱাৰ ভাষণ আছিল বেচ ৰসাল আৰু প্ৰত্যুৎপন্ন-মতিসম্পন্ন। এদিন সদনত ডিফেন্সৰ ওপৰত হোৱা সভা স্থগিত প্ৰস্তাৱ এটিৰ ওপৰত ক'বলৈ উঠোতে অধ্যক্ষই ক'লে, "চমু কৰক" (Be brief)। লগে লগে হেম বৰুৱায়ো উত্তৰ দিলে, "Yes Sir! itself be brief as women's love" কথাষাৰ কৈছিল চেক্সপীয়েৰৰ হেমলেট নাটকৰ হেমলেটৰ উক্তিৰে।

সংসদত হেম বৰুৱাই পৰৰাষ্ট্ৰ নীতিৰ বিষয়ে সমালোচনা কৰিলে নেহৰু বাঘৰ দৰে জপিয়াই উঠে। সকলো কথাতে তেৰেঁই ফেৰ-পাতি ধৰে। সেইবাবে হেম বৰুৱাই বক্তৃতা প্ৰসঙ্গত কৈছিল, "পৰ-ৰাষ্ট্ৰৰ সৈতে আমাৰ ৰাষ্ট্ৰৰ যেতিয়া সংঘাত হয়, তেতিয়াই প্ৰধান মন্ত্ৰীক ক্ৰিকেট খেলৰ আম্পায়াৰ হিছাপে আমি দেখিবলৈ পাওঁ। স্বাৰ্থনিহিত ৰাষ্ট্ৰৰ প্ৰধান মন্ত্ৰী হিছাপে নহয়।"

সংসদত বৰুৱাই এবাৰ অভিযোগ তুলিলে তেওঁৰ পৰিপূৰক প্ৰশ্ন

(চাপ্লিমেণ্ট)বোৰ সদায় নেহৰুৱে উপেক্ষা কৰে। উত্তৰত নেহৰুৱে কলে, "হেম বৰুৱাৰ প্ৰশ্ন একোটা যেতিয়া শেষ হয় আগছোৱা মই পাহৰি যাওঁ—পিছৰ ডোখৰহে মনত থাকে।" সঁচাকৈয়ে তেওঁৰ পৰিপূৰক প্ৰশ্নবোৰ আছিল বৰ দীঘল। অধ্যক্ষই ধেমালি কৰি কৈছিল, "প্ৰধান মন্ত্ৰীয়ে শেষৰ ডোখৰ উত্তৰ দিলেই হব।"

নেহৰুৱে কিছুমান বিশেষ সমস্যা আলোচনাৰ বাবে মাজে মাজে বিৰোধী দলৰ সদস্যসকলক আহ্বান কৰিছিল। হেম বৰুৱাই পি এছ পি দলৰ সদস্য স্বৰূপে এনে আলোচনাত বহুবাৰ অংশ গ্ৰহণ কৰি আগ ভাগ লৈছিল।

১৯৬৩ খৃঃৰ ২১ জানুৱাৰীত সংসদ আৰম্ভ হোৱাৰ আগদিনা বিৰোধী দলৰ নেতাসকলক আহ্বান কৰিছিল। সভাত নেহৰুৱে কলম্বো প্ৰস্তাৱৰ সাৰবত্তা ব্যাখ্যা কৰিছিল। আৰু বিচাৰিছিল সকলোৰে সমৰ্থন। কিন্তু বিৰোধী দলৰ নেতাসবলে তেওঁৰ প্ৰস্তাৱত সমৰ্থন দিয়া নাছিল। নেহৰুৱে যুক্তি তৰ্কৰে বুজাব বিচাৰিছিল কলম্বো প্ৰস্তাৱৰ সমৰ্থনৰ গুৰুত্বৰ কথা। এবাৰ নেহৰুৱে কথাৰ চলতে তেওঁৰ যুক্তিৰ দৃঢ়তা প্ৰতিপন্ন কৰিবলৈ দিলে টেবুলত ভুকুৱাই। হেম বৰুৱায়ো তেওঁৰ যুক্তিৰ প্ৰত্যুত্তৰ দি নেহৰুৰ লগত সমানে তাল মিলাই টেবুলত আৰু জোৰেৰে মাৰিলে এভুকু। ফলত হেম বৰুৱাৰ ঘড়ীৰ কাঁচখন ভাঙি গ'ল।

ঘটনাটোৰ এটি সুন্দৰ টিপ্পনী আনন্দ বাজাৰৰ (২৮ জানুৱাৰী, ১৯৬৩) 'দিল্লী থেকে' শিতানত প্ৰকাশ পাইছিল এনেদৰে—"ঘটনাটা এমন কিছু নয়। অনেকেৰ জীৱনে ঘটে থেকে, এমনকি একাধিকবাৰ। হাত ঘড়িৰ কাঁচ ভাঙা।

লোকসভাৰ একজন নাম কৰা বিৰোধী দলেৰ সদস্য প্ৰজা সোস্যালিষ্ট নেতা হেম বড়ুয়া মহাশয়েৰ হাত ঘড়িৰ কাঁচও সেদিন ভেঙেছে। কিন্তু হাজাৰ বাৰ হাজাৰ ঘড়িৰ আছাৰ খেয়ে ভাঙলেও তাৰ হয়তো কোনো অৰ্থপূৰ্ণ ইঙ্গিত খুজে পাওয়া যেতো না, যদি

অর্থদণ্ডের গুরুত্বটা বোঝা যায় বৈকি। শ্রীহেম বড়ুয়ার ঘড়ির কাঁচ ভেঙেছে প্রধান মন্ত্রী নেহরুর সঙ্গে পাঞ্জা লড়তে গিয়ে। রাজনৈতিক পাঞ্জা।

··· যেমনে সংসদে অকমিউনিষ্ট সমস্ত বিরোধী দলের নেতারা (কয়েকজন অদলীয় সদস্য ছাড়া) প্রধান মন্ত্রীর তীব্র বিরোধিতা করেছেন; তেমনি উক্ত ঘরোয়া বৈঠকেও একেই সুরে বিরোধিতা করেছিলেন। শোনা যায়, আলোচনার কোনো এক সময়, হয়তো একটি 'ঐতিহাসিক' ক্ষণে প্রধান মন্ত্রী নেহরু তার নীতিকে অভ্রান্ত প্রমাণ করার জন্যে সজোরে টেবিলের উপর মুষ্টাঘাত করেছিলেন। পাল্লা রাখবার জন্যে ও নিজস্ব মানসিক ভাবের দৃঢ়তা প্রদর্শনের জন্যে শ্রীহেম বড়ুয়াও সঙ্গে সঙ্গে তার মুষ্টিবদ্ধ হাতকে টেবিলের ওপর মারলেন।

"নেহরুর হাতেও ঘড়ি ছিল। কাঁচ ভাঙেনি। কিন্তু হেম বড়ুয়ার ঘড়ির কাঁচ ভেঙে গেল। ঐ একেই সঙ্গে সেদিন কংগ্রেছ ও অকমিউনিষ্ট বিরোধী দলের একতাও ভেঙে হ'ল চুরমার, চীনের ভারত আক্রমণ নিয়ে যে একতা গড়ে উঠেছিল ২০শে অক্টোবরে পর। ঘড়ির কাঁচ দোকানে পাওয়া যায়; অন্যটির দোকান রাজনৈতিক বাজারে আজও স্থাপিত হয়নি।'

সংসদর মজিয়াত নেহৰুৰ লগত বাক-বিতণ্ডা হৈছিল যদিও হেম বৰুৱা আছিল নেহৰুৰ বৰ প্ৰিয়। তেওঁ নেহৰুৰ প্ৰতিভাক সদায় সমাদৰ কৰিছিল। ১৯৬২ খৃঃৰ সাধাৰণ নিৰ্বাচনৰ পিছত ১৭ এপ্ৰিলত নতুন অধ্যক্ষৰ সম্মানাৰ্থে আয়োজন কৰা হৈছিল এখনি চাহ মেল। চাহ মেললৈ আহি নেহৰুৱে বাটতে হেম বৰুৱাক লগ পায়। নেহৰুৱে বৰুৱাৰ হাতত ধৰি কলে, "কি অ' হেম, তোৰ চোলাটো আৰু দীঘল কৰিলি।" সঁচাকৈয়ে তেওঁৰ নকৈ চিলোৱা আঠুলৈকে বৈ পৰা দীঘল পাঞ্জাবীটো আৰু ১½ ইঞ্চি দীঘল কৰি চিলাইছিল। হেম বৰুৱাৰ চোলাৰ দীৰ্ঘতাৰ কথাও নেহৰুৰ

চকুত পৰিছিল। ইয়াৰ কেইদিনমান পিছত ২৭ এপ্ৰিলত তেওঁৰ Idle Hours, 1962 আৰু Red River and Blue Hills নামৰ কিতাপ দুখন নেহৰুক উপহাৰ দিছিল। পুনৰ ১৯৬৩ খৃঃৰ ২৩ এপ্ৰিলত তেওঁ Folk Songs of India নামৰ আন এখন কিতাপ নেহৰুক উপহাৰ দিছিল। কিতাপখন হাতত লৈয়ে নেহৰুৱে আৰম্ভ কৰিলে এবছৰ আগেয়ে দিয়া Idles Hours আৰু Red River ৰ সমালোচনা।

১৯৬৪ খৃঃৰ ২৭ মে'ত নেহৰুৰ মৃত্যু হ'ল। নেহৰুৰ মৃত্যু হেম বৰুৱাৰ বাবে আছিল প্ৰচণ্ড আঘাত। যদিও হেম বৰুৱা এগৰাকী বিৰোধী দলৰ আগশাৰীৰ সদস্য, তেওঁ নেহৰুৰ পৰা পাইছিল অপৰিসীম স্নেহ, পৰম প্ৰীতি আৰু গভীৰ আন্তৰিকতা। নেহৰুৱে বহু সময়ত জৰুৰী আৰু গোপন কথা আলোচনা কৰিছিল আৰু চিঠিৰ আদান-প্ৰদানো কৰিছিল হেম বৰুৱাৰ লগত। সেই কথা স্মৰণ কৰি তেওঁ লিখিছে, "ইয়াৰে এখনত বিশ্ব ৰাজনীতিৰ এনে অপূৰ্ব ব্যাখ্যা আছে, সেইখন সময়ত উলিয়াই দিয়া হলে পৃথিৱীৰ বাতৰি কাকতৰ হেড লাইনৰ সংবাদ হ'লহেঁতেন।" ১৯৬৪ খৃঃত ৰচনা কৰা তেওঁৰ 'আঁচুফুল' গ্ৰন্থত নেহৰু সম্পৰ্কে কেবাটাও প্ৰবন্ধ সন্নিবিষ্ট কৰিছে।

১৯৬৫ খৃঃত হেম বৰুৱাৰ 'আচামিজ লিটাৰেচাৰ' নামৰ গ্ৰন্থখন প্ৰকাশ হয়। নতুন দিল্লীৰ নেচনেল বুক ট্ৰাষ্ট অৱ ইণ্ডিয়াই ডক্টৰ বি ভি কেশকৰৰ সম্পাদনাত 'দি লেণ্ড এণ্ড দি পিপুল' চিৰিজত দুখন কিতাপ প্ৰকাশ কৰিছিল--এখন এম এছ ৰান্ধোৱাৰ 'ফ্লাৱাৰিং ট্ৰিজ' আৰু আনখন হেম বৰুৱাৰ 'আচামিজ লিটাৰেচাৰ'।

পুথি দুখন সেই বছৰৰে ২৯ মাৰ্চত নতুন দিল্লীৰ বিজ্ঞান ভৱনত উদ্বোধন কৰিছিল তেতিয়াৰ ভাৰতৰ প্ৰধান মন্ত্ৰী লাল বাহাদুৰ শাস্ত্ৰীয়ে। শাস্ত্ৰীয়ে ইংৰাজীত লিখা পুথিখন হিন্দী প্ৰমুখ্যে ভাৰতীয় আন ভাষাতো অনুবাদ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

পুথিখনিৰ উদ্বোধনী ভাষণত শাস্ত্ৰীয়ে ধেমালি কৰি কৈছিল, "তেওঁ আগেয়ে কিতাপ পঢ়িবলৈ সময় পাইছিল। কিন্তু এতিয়া ইচ্ছা থাকিলেও সময় নোপোৱাৰ বাবে পঢ়িব নোৱাৰে। কিন্তু যেতিয়া বিৰোধী দলৰ সদস্য হেম বৰুৱাই শাসনৰ গাদীত বহি তেওঁক জেললৈ পঠিয়াব, তেতিয়া তেওঁ পুনৰ কিতাপ পঢ়িব পাৰিব।"

There does not appear to be much of a chance of my going to jail at the moment unless of course Mr. Hem Barua comes to power.

হেম বৰুৱাই তেতিয়া হাঁহি কৈছিল, "বাৰু, আপোনাক এদিন জেলত থোৱা হব" ( I will put you in jail )।

হেম বৰুৱাৰ বিৰোধী দলৰ হাতলৈ এদিন শাসনৰ বাঘ জৰী আহিল। কিন্তু তাৰ বহুদিন আগেয়ে শাস্ত্ৰীজী সেই নেদেখা কাৰাগাৰলৈ চিৰদিনৰ বাবে আঁতৰি গ'ল। হেম বৰুৱায়ো সেই পথকে অনুসৰণ কৰিলে।

তেতিয়াৰ শিক্ষামন্ত্ৰী এম চি চাগলাই সিদিনা সভাত ভাষণ দিছিল। ভাষণ প্ৰসঙ্গত তেওঁ কৈছিল, "Mr. Hem Barua always attacks me in Parliament, but I have a soft corner for him because he is a poet and there is an element of poetry in his attacks."

কিতাপখন তেওঁ নেহৰুৰ নামতে উছৰ্গা কৰিছিল। তাৰ বাবে নেহৰুৰ অনুমতি লৈ লিখিছিল, 'To Shri Jawaharlal Nehru in admiration and affection.' মনতে হেনো পাঙিছিল অসমীয়া শৰাই এখনত ফুলাম গামোছাৰে মেৰিয়াই নেহৰুৰ হাতত তুলি দিব। কিন্তু কিতাপখন প্ৰকাশ হোৱাৰ পূৰ্বে নেহৰুৰ মৃত্যু হ'ল। সেয়েহে নকৈ লিখিলে, 'To Jawaharlal Nehru, who is no more.'

লাল বাহাদুৰ শাস্ত্ৰী প্ৰধান মন্ত্ৰী হোৱাৰ পিছত শাস্ত্ৰীয়ে এবাৰ

হেম বৰুৱাক কৈছিল, "আপুনি কংগ্ৰেছত যোগদান কৰক। আপোনাৰ সৎ গুণ কংগ্ৰেছৰ জৰিয়তে দেশৰ কামত লগাওঁক।"

হেম বৰুৱা এনে প্ৰস্তাৱৰ বাবে প্ৰস্তুত নাছিল। উপায় নেপাই তেওঁ কলে, "মই এতিয়া একো কব নোৱাৰো। পৰিবাৰক নোসোধাকৈ কোনো কাম নকৰো।" তেনেকৈ নকৈ তেওঁৰ উপায়ো নাছিল।

শাস্ত্ৰীয়ে তথাপি নামানিলে, "আপুনি নালাগে যব। এদিন বাৰ মোক খাবলৈ মাতক। ময়েই প্ৰস্তাৱটো দিম।" তেতিয়া শাস্ত্ৰীৰ আহ্বানত সঁহাৰি দিয়া হলে হেম বৰুৱা কেন্দ্ৰীয় চৰকাৰৰ শীৰ্ষস্থানীয় মন্ত্ৰী হব পাৰিলেহেঁতেন। সেয়েহে বিৰোধী দলৰ সদস্য হলেও বৰুৱাৰ ওপৰত আছিল শাস্ত্ৰীৰ গভীৰ আস্থা আৰু পৰম বিশ্বাস।

১৯৬৫ খৃঃৰ বছৰটো ভাৰতবৰ্ষৰ বাবে এক দুৰ্য্যোগৰ বছৰ। সেই দুৰ্য্যোগ পাক-ভাৰত সংঘৰ্ষৰ দুৰ্য্যোগ। এই সংঘৰ্ষৰ সময়তে হেম বৰুৱাই জোৱানসকলক প্ৰেৰণা যোগাবলৈ সীমান্তলৈ গৈছিল। চীনা আক্ৰমণৰ সময়তো সংসদী দলৰ প্ৰতিনিধি স্বৰূপে নেফা অঞ্চললৈ গৈ জোৱানসকলক প্ৰেৰণা যোগাইছিল।

পাকিস্থানৰ লগত সম্পাদিত হোৱা কচ্ছ চুক্তিৰ বিষয়ে আলোচনা কৰিবৰ উদ্দেশ্যে ১৯৬৫ খৃঃৰ ৯ জুলাইত প্ৰধান মন্ত্ৰী শাস্ত্ৰীয়ে বিৰোধী দলৰ আন সদস্যৰ লগতে হেম বৰুৱাকো আমন্ত্ৰণ জনাইছিল। তেওঁ অসুস্থ হৈ ২১ দিন হস্পিটেলত থাকি ওলাই অহাৰ পিছতে বাহিৰে বাহিৰে উক্ত সভাত যোগদান কৰিবলৈ প্ৰধান মন্ত্ৰীৰ দহ জন পথ ভবনলৈ গৈছিল। হেম বৰুৱাক দুৰ্বল অৱস্থাত দেখি হেনো শাস্ত্ৰীয়ে বাৰে বাৰে কৈছিল, "আপুনি অসুস্থ বুলি জনা নাছিলোঁ। জনা হলে কেতিয়াও এনেকৈ আহ্বান নিদিলোহেঁতেন।"

শাস্ত্ৰী প্ৰধান মন্ত্ৰী থকা কালছোৱাতে সংসদত এটি অশুভ পৰিস্থিতি উদ্ভৱ হোৱাৰ ফলত ১৯৬৫ খৃঃৰ এপ্ৰিল মাহৰ মাজভাগত

হেম বৰুৱা এসপ্তাহৰ বাবে সংসদৰ পৰা বহিষ্কাৰ হব লগা হৈছিল। পাকিস্থানী সৈন্যই চাম্বচেক্টৰত যুদ্ধবিৰতি সীমা ৰেখাৰ ইপাৰলৈ গুলী চলোৱা কাৰ্য্যৰ বাবে সংসদত এটি প্ৰস্তাৱ উত্থাপন কৰিছিল মহাৰাজ প্ৰতাপ কেশৰী দেও আৰু চৈধ্যজন সদস্যই। কিন্তু বিভাগীয় মন্ত্ৰী মিঃ এ এম থমাচে ইয়াৰ যথাযথ উত্তৰ নিদি চমুকৈ মোখনি মাৰিবলৈ যত্ন কৰাত বিৰোধী দলৰ অধ্যাপক ৰঙ্গ কামাথ, আৰু হুকুম চাণ্ড কাচাৱাই জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন কৰে। হেম বৰুৱায়ো আলোচনাত অংশ গ্ৰহণ কৰি মিঃ থমাচৰ পৰা যথাযথ উত্তৰ বিচাৰিলে। হেম বৰুৱাই তেওঁৰ ভাষণত অধ্যক্ষ হুকুম সিঙে মিঃ থমাচক ৰক্ষণাবেক্ষণ দিয়া বুলি আক্ষেপ প্ৰকাশ কৰিলে। প্ৰধান মন্ত্ৰী শাস্ত্ৰীয়ে হেম বৰুৱাৰ প্ৰতি অলপ ব্যঙ্গৰ সুৰত মন্তব্য কৰিলে যেন বিষয়টোৰ গুৰুত্ব অকল হেম বৰুৱাইহে বুজিছে। ঠিক সেই সময়তে মিঃ চি কে ভট্টাচাৰ্য্য নামৰ এগৰাকী কংগ্ৰেছী সদস্যই মন্তব্য কৰিলে, "হেম বৰুৱাই দৰ্শকক লৈ খেলা খেলিছে ( Shri Hem Barua is playing to the gallaries )"।

কথাষাৰ কৰলৈহে পালে—যেন জ্বলা জুইত ঘিউহে ঢালিলে। এনেয়ে মন্ত্ৰীৰ সদ উত্তৰ নাপাই আৰু প্ৰধান মন্ত্ৰীৰ ব্যঙ্গ মন্তব্যত টিঙিৰি তুলা হৈ আছিল, এইবাৰ তেওঁ উচ্চস্বৰে কবলৈ ধৰিলে, "Why should he say I am playing to the gallaries. I will say damn it, damn it, damn it, a hundred times."

তেওঁৰ এনে আচৰণত এসপ্তাহলৈ সংসদৰ পৰা বহিষ্কাৰ কৰিলে। আচলতে এনে পৰিস্থিতিৰ বাবে হেম বৰুৱা অকলে দায়ী নহয়। বিভাগীয় মন্ত্ৰীয়ে যথাযথ উত্তৰ দিব নোৱাৰি এৰাই যাব বিচৰা বাবেহে তেওঁৰ খং উঠিছিল। Parliamentary Times কাকতৰ সম্পাদক বি বি চাক্সেনাই হেম বৰুৱাৰ নিৰ্দ্দোষিতাৰ কথাকে লিখিছে:

"Whatever may be the immediate cause of the

suspension cf Shri Hem Barua (P. S. P.) from the Service of the House for a week, the real cause of the unruly scences in the Lok Sabha last week was the general reluctance of the members of the council of Ministers to give direct and precise answers to the queries of Hon'ble Members...... As a matter of fact the real cause of unruly scenes on wednesday was the incompetence of Shri Thomas to rise to the occasion and satisfy the inquisitiveness of Opposition Members.

In the second place the Prime Minister must put those collegues to ask who do not take their job seriously and come unprepared to the House and relieve those juniors of their jobs, who are incapable of improvement." ( 19 April, 1965 )

সংসদী সদস্য হিছাপে হেম বৰুৱা সকলো কথাতে সচেতন। এবাৰ যোৰহাটত কেইজনমান বিদ্ৰোহী নগাক আটক কৰি তেওঁলোকৰ হাতত ভালেমান আপত্তিজনক নথি-পত্ৰ থকা সত্ত্বেও মুখ্যমন্ত্ৰী চলিহাৰ নিৰ্দেশত এৰি দিয়া হয়। আনকি বিদ্ৰোহী নেতাসকলৰ হাতত থকা আপত্তিজনক নথি-পত্ৰসমূহো ঘূৰাই দিয়া হয়। কেৱল মূল নথি-পত্ৰসমূহৰ ফটো কপিহে ৰখা হয়। চলিহাৰ নথিপত্ৰসমূহ উভতাই দিয়াৰ উদ্দেশ্য যাতে শ্ৰীমতী ইন্দিৰা গান্ধী আৰু বিদ্ৰোহী নেতাৰ মাজত হোৱা শান্তি প্ৰচেষ্টাত ব্যাঘাত নহয়। জয়প্ৰকাশ নাৰায়ণ, ৰেভাৰেণ্ড মাইকেল স্কট আৰু চলিহাক লৈ এটি শান্তি মিছন গঠন কৰা হৈছিল। তেওঁলোকৰ শান্তি মিছনত যাতে কোনো ধৰণৰ বাধাৰ সৃষ্টি নহয় সেইবাবে চলিহাই আপত্তিজনক নথি-পত্ৰ সহ বিদ্ৰোহী নগাৰ সয়ম্ভু মন্ত্ৰীক আটক কৰিও মুকলি কৰি দিছিল।

হেম বৰুৱাই সদনত এই সকলোবোৰ তথ্য প্ৰকাশ কৰি হুলস্থুল লগায়। তেওঁ দাবী কৰে 'হয় চলিহাই শান্তি মিছনৰ সদস্য পদ

ত্যাগ কৰক নহয় অসমৰ মুখ্য মন্ত্ৰীৰ পদ ত্যাগ কৰক'। সেই সময়ত স্বৰাষ্ট্ৰ মন্ত্ৰী গুলজাৰিলাল নন্দ সদনত উপস্থিত আছিল যদিও তেওঁ আছিল নীৰৱ। হেম বৰুৱাই যেতিয়া দৃঢ় স্বৰেৰে অভিযোগ উত্থাপন কৰিছিল তেতিয়া কংগ্ৰেছী সদস্যসকলৰ মাজৰ পৰা প্ৰশ্ন কৰিছিল, "আপুনি এই বিষয়ে নিশ্চিত নে?"

Are you sure?

উত্তৰত তেওঁ কৈছিল, "Yes, I am sure. And I know Mr. Nanda is an honest man and he would not say, No."

তেওঁ আৰু ক'লে, "Is there any such idiotic set of people anywhere else in the world?"

এই ঘটনাৰ কিছুদিন আগতে নগা বিদ্ৰোহীসকলৰ ষড়যন্ত্ৰতে গুৱাহাটী লামডিং পথত এটি ৰেল দুৰ্ঘটনা হৈছিল। ৰঙাপাৰা আৰু ধনশিৰিৰ মাজতো নগা বিদ্ৰোহীয়ে ডিনামাইটেৰে ৰেল আলি উৰাই দিছিল। এই দুৰ্ঘটনাত ৬ জন মানুহৰ মৃত্যু হয় আৰু ২৭ জন লোক আহত হয়। দুৰ্ঘটনাৰ পিছতে হেম বৰুৱাই ৰেল যাত্ৰীৰ নিৰাপত্তা ব্যৱস্থাৰ দাবী কৰি এটি সভা স্থগিত প্ৰস্তাৱ উত্থাপন কৰিছিল।

প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীৰো হেম বৰুৱাৰ প্ৰতি আছিল গভীৰ বিশ্বাস আৰু পৰম আস্থা। ছোভিয়েট ৰুছিয়াই পাকিস্থানক দিয়া অৰ্থসাহায্য সম্পৰ্কে আলোচনা কৰিবলৈ ১৯৬৮খৃঃৰ ২০ জুলাইত বিৰোধী দলৰ সদস্যসকলক আহ্বান জনাইছিল। আহ্বানত সঁহাৰি দি অংশ গ্ৰহণ কৰা সদস্যসকলৰ ভিতৰত আছিল এছ এম যোশী, প্ৰকাশবীৰ শাস্ত্ৰী, ফ্ৰেঙ্ক এন্থোনী, আচাৰ্য্য জে বি কৃপালনী, মিনু মাছানী আৰু হেম বৰুৱা।

এবাৰ লোকসভাৰ উপাধ্যক্ষৰ নিৰ্বাচনৰ সময়ত শ্ৰীমতী ইন্দিৰা গান্ধীয়ে মন্ত্ৰী দীনেশ সিংহ ৰঘুৰামায়াৰ হতুৱাই হেম বৰুৱাক

প্ৰাৰ্থী হ'বলৈ কৈছিল। তেওঁ প্ৰাৰ্থী হ'লে কংগ্ৰেছে প্ৰাৰ্থী থিয় নকৰালেহেঁতেন।

পাঞ্জাৱত কেইজনমান মানুহক জীয়াই জীয়াই পুৰি মৰা হৈছিল। সংসদত এই কাৰ্য্যৰ প্ৰতিবাদ কৰিছিল হেম বৰুৱাই। তেওঁৰ এই প্ৰতিবাদক প্ৰধান মন্ত্ৰীয়ে স্বাগতম্ জনাইছিল।

ভাৰত চৰকাৰে পাকিস্থানক কচ্ছ সমৰ্পণৰ প্ৰতিবাদত বিৰোধী দলৰ পি এছ পি, এছ এছ পি আৰু জনসঙ্ঘ এক মুঠ হৈ থিয় হয় আৰু ১৯৬৮ খৃঃৰ ১৭ এপ্ৰিলত গুজৰাটৰ ভূজত নেতাসকল লগ হৈ সত্যাগ্ৰহ কৰিবলৈ স্থিৰ কৰে। এই সত্যাগ্ৰহৰ প্ৰথম দলৰ নেতৃত্ব বহন কৰিছিল পি এছ পি দলৰ হৈ হেম বৰুৱাই।

সদনৰ তেওঁ সকলো ধৰণৰ আলোচনাতে অংশ গ্ৰহণ কৰিছিল। ১৯৬৭ খৃঃৰ ২৭ জুলাইত সদনত বিত্ত বিলৰ ওপৰত হোৱা আলোচনাত অংশ গ্ৰহণ কৰি তেওঁ দেশৰ অৰ্থনৈতিক পৰিস্থিতিৰ কঠোৰ সমালোচনা কৰে। অথচ অশোক মেহতাৰ নিচিনা এগৰাকী অৰ্থনীতিবিদ পৰিকল্পনা আয়োগৰ দায়িত্বত আছিল। তেওঁ কৈছিল, "The Plans were related more to the needs than to availability of resources. High hopes were entertained when Mr. Asoka Mehta joined the planning commission. But this Moses of Indian planning suffering under the weight of his intellect, had brought the economy to a level which was known to everyone."

শিক্ষা ব্যৱস্থাৰ সকলো দিশ আলোচনা কৰিও তেওঁ সদনত এটি দীঘলীয়া বক্তৃতা দিছিল। হিন্দীক শিক্ষাৰ মাধ্যম কৰাৰ বিষয়ে কৈছিল, হিন্দী শিক্ষাৰ প্ৰসাৰতা আৰু হিন্দীয়ে এদিন ইংৰাজীৰ ঠাই লোৱা তেওঁ কামনা কৰে, কিন্তু যধে-মধে হিন্দীক শিক্ষাৰ মাধ্যম কৰাৰ আৰু দিল্লী বিশ্ববিদ্যালয়ৰ নিচিনা এটি বহু ভাষা-

ভাষী শিক্ষাৰ্থীৰ অনুষ্ঠানত হিন্দীক মাধ্যম কৰাৰ তেওঁ পক্ষপাতী নহয়।

অনাতাঁৰ কেন্দ্ৰৰ ভূমিকা সম্পৰ্কেও তেওঁ সদনত আলোচনা কৰিছিল। তেওঁ সদনত দৃঢ়ভাৱে অভিযোগ তুলিছিল যে অনাতাঁৰ কেন্দ্ৰ জনসাধাৰণৰ শিক্ষা আৰু আনন্দ দানৰ মাধ্যম নহৈ চৰকাৰৰ প্ৰচাৰ যন্ত্ৰত পৰিণত হৈছে। আনহাতে অনাতাঁৰ কেন্দ্ৰসমূহ হৈছে প্ৰতিভাৰ অপমৃত্যু।

"The A. I. R. instead of being a medium of entertainment and education for the people, is being harnessed to the propaganda wheels of Government. The edge of this criticism can be removed only by making the radio to provide more critical appraisals of Government's activities. But it is not possible under the present dispensation, constituted as it is as a bureaucratic institution." তেওঁ আকৌ কয়, "The A. I. R. is a graveyard of talents."

লগে লগে ডাঃ গোপালা ৰেড্ডীয়ে কয়, Marriage is the graveyard of romance. হেম বৰুৱাই অনাতাঁৰ কেন্দ্ৰক এটা 'অটোনমাচ কৰপোৰেচন' কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। তেওঁৰ এই পৰামৰ্শৰ ওপৰত The Financial Expressএ (১২ এপ্ৰিল ১৯৬৫) সম্পাদকীয় লিখিছিল, "Mr. Hem Barua has with typical courage and fore sight suggested that All India Radio should be converted into an autonomous corporation."

বহুতো সদস্যই নিজৰ বাসভৱনৰ একাংশ বেচি টকাত ভাৰা দিয়ে। সংসদী সদস্যসকলে কৰা এনে ভৱহৰ দুৰ্নীতিৰ প্ৰতিবাদো কৰিছিল হেম বৰুৱাই।

হেম বৰুৱা আছিল ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণনৰো বৰ প্ৰিয়পাত্ৰ। ডক্টৰ ৰাধাকৃষ্ণন উপ-ৰাষ্ট্ৰপতি থকা কালছোৱাত লোকসভা আৰু ৰাজ্যসভাৰ উভয় সদনৰ যুটীয়া বৈঠকত পৌৰহিত্য কৰিছিল। যুটীয়া বৈঠকতো সদস্যসকলে মাজে মাজে তৰ্কৰ জাউৰি তোলে। এনে তৰ্ক বিতৰ্কত যেতিয়া কোনো সদস্যক আসন গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিব লগা হয়, তেতিয়া ৰাধাকৃষ্ণনে বৰ বেছি নীতি নিয়ম অনুসৰণ নকৰে। অধ্যক্ষ স্বৰূপে হয়তো তেওঁ কব লাগে 'মাননীয় সদস্য গৰাকীয়ে এতিয়া আসন গ্ৰহণ কৰক'। ডক্টৰ ৰাধাকৃষ্ণনে তেনেক্ষেত্ৰত কোনো ধৰণৰ Formalityকে অনুসৰণ নকৰি কয়— Down Hem, Down Bhupesh, Down Hiren. অৱশ্যে তেওঁ সকলো সদস্যৰ ক্ষেত্ৰতে তেনেদৰে নকয়। হীৰেন মুখাৰ্জী, ভূপেশ গুপ্ত, হেম বৰুৱা প্ৰভৃতি এচাম ডেকা সদস্যকহে তেনেদৰে কয়। এই ডেকা সদস্যসকল তেওঁৰ ছাত্ৰস্থানীয় আৰু মৰমৰ। আনহাতে সদস্য সকলৰো তেওঁৰ প্ৰতি অসীম শ্ৰদ্ধা। সেয়েহে যুঁজৰ কুকুৰা সদৃশ সংসদ তল ওপৰ লগোৱা এইছাম তৰ্ক মহাৰথীৰ ৰূপ লোৱা বিৰোধী দলৰ সদস্যই ডক্টৰ ৰাধাকৃষ্ণনে বাওঁ হাতখন দাঙি কোৱা এবাৰ কথাতে শান্ত লৰাৰ দৰে আসন গ্ৰহণ কৰেহি। হেম বৰুৱাই সংসদৰ এনে ভৱহৰ কাৰ্য্যৰ ৰসাল বৰ্ণনা দি কৈছিল, "বুঢ়াই আমাক সোঁহাতখনেৰে বহুৱালেও হয়, সদায় বাওঁ হাত খনেৰে বহুৱায়।" আকৌ সম্পূৰ্ণ নামটো নকয়—হেম, ভূপেশ, হীৰেন ইত্যাদি।

কিন্তু এই ক্ষেত্ৰত নেহেৰুৱে সংসদৰ সকলো নীতি নিয়ম মানি চলিছিল। তেওঁ সংসদত প্ৰৱেশ কৰিয়ে অধ্যক্ষৰ পিনে মূৰটো দোঁৱাইহে আসন গ্ৰহণ কৰিছিল। আৰু সদনৰ প্ৰশ্নোত্তৰ কাল-ছোৱাতো মাননীয় সদস্য বুলিয়ে উল্লেখ কৰিছিল।

ডক্টৰ ৰাধাকৃষ্ণনে হেম বৰুৱাক এবাৰ কৈছিল, "তুমি যে লিখা মই তাৰ বাবে বৰ ৰং পাইছোঁ। লেখাৰ বাহিৰে আন একোৱেই

চিৰস্থায়ী নহয়। I am glad that you write, nothing ultimately lasts except your writings.

সংসদত হেম বৰুৱাৰ পি এছ পি দল সংখ্যাগৰিষ্ঠ নহলেও যে সক্ৰিয় সেইকথা ডক্টৰ ৰাধাকৃষ্ণনে ভালদৰে জানিছিল। তেওঁ নিজেই হেম বৰুৱাক কৈছিল, "সংসদত তোমালোকৰ সংখ্যা তেনেই নগণ্য যদিও সকলোতকৈ তোমালোকৰ কাৰ্য্য-কলাপেই যথেষ্ট সাৰ্থকতাপূৰ্ণ হৈছে। শ্ৰীনাথ পাই আৰু তুমি শ্ৰেষ্ঠ বক্তা। কামাথ অতিশয় সজাগ আৰু সক্ৰিয়।"

নেপালৰ ৰজা ৰাণী ভাৰত ভ্ৰমণ কৰিবলৈ আহোতে তেওঁলোকৰ অভ্যৰ্থনাৰ বাবে ৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণনে আয়োজন কৰা ভোজলৈ হেম বৰুৱা আৰু অনু বৰুৱাকো নিমন্ত্ৰণ কৰিছিল। সেই ভোজৰ বৰ্ণনা দি অনু বৰুৱাই লিখিছে, "এই নিমন্ত্ৰিত অতিথিসকলৰ ভিতৰত ডক্টৰ জাকিৰ হুছেইন, নেহৰুৰ দৰে বিশিষ্ট ব্যক্তিও আছিল। এজনৰ পিছত এজনকৈ হচ শ্ব আকৃতিত থিয় হৈ নিমন্ত্ৰিত অতিথিসকলক আদৰণি জনাওঁতে ৰাষ্ট্ৰপতিয়ে যেতিয়া আমাৰ তেখেতৰ ওচৰ পাইছিলহি, তেতিয়া তেখেতৰ গালত মৰমেৰে চৰ এটা মাৰি কৈছিল, "তুমি আহিছা, মই সুখী হৈছোঁ। তুমি কিন্তু এই সময়ত পাৰ্লিয়ামেণ্টতহে থাকিব লাগিছিল।" তাৰ উত্তৰত তেখেতে কৈছিল, "চাৰ, ভাৰতীয় সংসদ নিশা আঠ বজাত নবহে।"

এবাৰ তেওঁ দিল্লীৰ হাস্পাতালত একৈশ দিন চিকিৎসাধীন হৈ আছিল। তেওঁৰ অসুখৰ খবৰ পায়েই ডক্টৰ ৰাধাকৃষ্ণনে এখন চিঠি লিখি জনাইছিল—

My dear Hem,

I am extremely sorry for your ill, it effect your robust health. I wish you and your lovely wife all prosperity.

Sd/ Radhakrishnan.

অধ্যাপক হুমায়ুন কবীৰ আছিল হেম বৰুৱাৰ বিশ্ববিদ্যালয়ৰ শিক্ষা গুৰু। কবীৰবো তেওঁ বৰ প্ৰিয়। এদিন কবীৰে লগ ধৰি কলে, “হেম, তোমাৰ কাছে আজ গুৰুদক্ষিণা চাই”, অৱশ্যে এই গুৰু দক্ষিণা একলব্যৰ হাতৰ আঙুলি নহয়, কাশ্মীৰ সম্পৰ্কে হেম বৰুৱাৰ এটি সুচিন্তিত বিবৃতিহে। সংসদী সদস্য হিছাপে তেওঁৰ এনে আমোদজনক কাহিনী আৰু বহু আছে। লিখিব পাৰিলে এখন সুকীয়া কিতাপেই হয়।

## নতুন দিল্লীৰ দিনটো

লোকসভা চলি থকা সময়ত হেম বৰুৱা নতুন দিল্লীত আৰু সংসদ ভঙ্গ হলেই ঢাপলি মেলে অসমলৈ। অসমলৈ আহিয়ে নলবাৰী, মঙ্গলদৈ অঞ্চলত পাক এটা মৰাটো তেওঁৰ চিৰাচৰিত ৰীতি।

লোকসভা চলি থকা কালছোৱা তেওঁৰ বাবে বৰ ব্যস্ত কাল। ৰাতিপুৱা চাহ কাপ হাতত লৈয়ে তেওঁ The Statesman, The Hindustan Times আৰু The Times of India প্ৰভৃতি কাকতসমূহ খৰচি মাৰি পঢ়ি লয়। তাৰ পিছত ৰাতৰি কাকতৰ তপত খবৰৰ ওপৰত ভেটি কৰি সংসদৰ বাবে প্ৰশ্ন সাজু কৰি প্ৰশ্ন-বোৰ ফৰ্মত ভাগ ভাগ কৰি ভৰাই নিজে দুটা আঙুলিৰে টাইপ কৰি সাজু কৰেহি। আৰু পুৱাৰ ভাগতে লোকসভাৰ পিয়নজনে আহি লৈ যায়। কাকতৰ বাকী প্ৰয়োজনীয় কথাবোৰ দাগ দি যায় আৰু পিছত অনু বৰুৱাই ভাগে ভাগে ফাইল কৰি থয়।

প্ৰায়ে দিনৰ দহ বজাৰ লগে লগে তেওঁ গা-পা ধুই পাৰ্লিয়া-মেণ্টলৈ যায়। দহ-বাৰ বজাৰ সময়খিনি প্ৰশ্নৰ সময়। সেই সময়খিনিত তেওঁ সদনত উপস্থিত থাকিবই। লোকসভাৰ প্ৰশ্নৰ সময়খিনি ( Question hour ) তেওঁৰ ভূমিকা উল্লেখযোগ্য। সেই সময়ছোৱা একপ্ৰকাৰ মন্ত্ৰীসকলৰ বাবে পৰীক্ষাৰ সময়। সুৰেন্দ্ৰনাথ

দ্বিবেদীয়ে লিখিছে, "He was one of the dominating figures in the Loksabha during question hour and also the zero hour which rocked parliament for a few years.

প্ৰশ্নৰ কালছোৱাত হেম বৰুৱাৰ ভূমিকাৰ কথা উল্লেখ কৰি আন এগৰাকী সংসদী সদস্য এন জি গোৰেই লিখিছিল, "বিৰোধী দলৰ সদস্য হোৱা সত্বেও সদনত অসমৰ সমস্যাৱলীৰ ওপৰত তেঁৱেই (হেম বৰুৱা) সদায় আলোকপাত কৰি আছিল। প্ৰশ্নোত্তৰৰ (Question Hours) কালছোৱাতেই তেওঁৰ ভূমিকা আছিল উল্লেখযোগ্য আৰু তাৰ বাবে তেওঁ সদায় প্ৰস্তুত হৈ আহিছিল।"

অন্যতম কংগ্ৰেছী সদস্য আৰু এসময়ৰ উপমন্ত্ৰী বিজয় চন্দ্ৰ ভাগৱতীয়ে সেই বিষয়ে লিখিছিল, "লোকসভাৰ মুখীয়াল সদস্য হিচাপে হেম বৰুৱাৰ বিশেষ নাম আছে। লোকসভাৰ প্ৰশ্নৰ ঘণ্টাটোত তেওঁ তৎপৰ আছিল। বৰ ভিতৰলৈ যোৱা চোকা প্ৰশ্ন কৰি তেওঁ পাৰ্লিয়ামেণ্টৰীয়ান হিচাপে পাৰদৰ্শিতা দেখুৱাইছিল।"

সংসদত কেতিয়াবা প্ৰশ্নৰ জাউৰি বেছি হলে আৰু প্ৰবীণ মন্ত্ৰী সকলো ঘামি জামি একাকাৰ হলে বহু সময়ত মন্ত্ৰীসকলক ৰক্ষণাবেক্ষণ দিব বিচাৰে অধ্যক্ষই। কেতিয়াবা অধ্যক্ষই সদস্যসকলক মাত্ৰ এটা বাক্যত প্ৰশ্ন কৰিবলৈ নিৰ্দেশ দিয়ে। কিন্তু হেম বৰুৱাই জানে কেনেদৰে সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিব লাগে। তেওঁৰ ইংৰাজী ভাষা সাহিত্যৰ ওপৰত বেচ দখল আছিল। আৰু আছিল অপূৰ্ব বাক্ চাতুৰ্য্য। অধ্যক্ষৰ নিৰ্দেশ আখৰে আখৰে পালন কৰি তেওঁ অপূৰ্ব কৌশলেৰে প্ৰশ্ন কৰে এটা বাক্যত। কিন্তু তেওঁৰ বাক্যটো হয় শাখা-প্ৰশাখা যুক্ত এটা জটিল আৰু দীঘল বাক্য। এটা বাক্যৰ মাজতে সোমাই পৰে বহুতো কথা। তেনে পৰিস্থিতিত হেম বৰুৱাৰ কৌশলত বিভাগীয় মন্ত্ৰী আৰু অধ্যক্ষ হৈ পৰে অসহায়।

ইয়াৰ পিছত নিজৰ বক্তব্য থাকিলে নাইবা প্ৰয়োজনীয় বিষয়ৰ

আলোচনা থাকিলে হেম বৰুৱা সদনত উপস্থিত থাকে। নহলে তেওঁ পাৰ্লিয়ামেণ্টৰ পুথি-ভঁৰাললৈ যায়। পুথি-ভঁৰালত তেওঁৰ বাবে বিশেষ চুক এটা আছিল। পিছত সেই ঠাইত হেম বৰুৱাৰ নামত এখন নাম ফলি (Play card) ৰাখিছিল। সেই ঠাইত বহি তেওঁ পঢ়া শুনা কৰে। পিছলৈ নতুন কিতাপ আহিলেই সেই ঠাইত তেওঁৰ বাবে থৈ দিয়ে। তেওঁ সেই ঠাইতে বহি পঢ়া-শুনা কৰে। পুথি-ভঁৰালত বহি পঢ়া শুনা কৰাটো পাৰ্লিয়ামেণ্টলৈ যোৱাৰ দৰে তেওঁৰ নিত্যকৰ্ম। তেওঁ কিছুকাল পাৰ্লিয়ামেণ্টৰ পুথি-ভঁৰাল সমিতিৰ সভাপতি আছিল।

তেওঁ প্ৰায়ে ৫।৬ বজাৰ ভিতৰত ঘৰলৈ ওভতে। সংসদ চলি থাকিলে প্ৰয়োজন।বোধে ৭।৮ বজালৈকো থাকিব লগা হয়।

ঘৰলৈ আহিলেই তেওঁৰ প্ৰধান কাম প্ৰথমতে দিনটোৰ ডাকটো চোৱা। চিঠিবোৰ পঢ়ি তেওঁ লগে লগে উত্তৰ লিখি যায়। তেওঁৰ এটা ডাঙৰ গুণ আছিল যে কোনো চিঠি পালে লগে লগে উত্তৰ দিয়া। যিকোনো পৰিচিত আৰু অপৰিচিত লোকৰ চিঠিৰ উত্তৰ দিবলৈ তেওঁ কাৰ্পণ্য নকৰে। চিঠিখন পঢ়িয়ে পিছে টুকুৰা-টুকুৰকৈ ফালি পেলায়। এবাৰ তেওঁৰ আত্মীয় এজনৰ মাক নে দেউতাক ঢুকুৱাৰ চিঠি এখন পালে। চিঠিখন পঢ়িয়ে টুকুৰা-টুবুৰকৈ ফালি পেলালে। তাৰ পিছত সমবেদনা জনাই উত্তৰ লিখিবলৈ ললে। চিঠিখন লিখিবলৈ লৈ এতিয়া সমস্যা হ'ল আত্মীয়জনৰ মাক ঢুকাল নে দেউতাক ? পুনৰ ফটা কাগজৰ মাজৰ পৰা চিঠিখন উদ্ধাৰ কৰিহে সঠিক উত্তৰ লিখিলে।

সন্ধিয়া সময়ত প্ৰায়ে তেওঁ অন্ন বৰুৱাৰ লগত অলপ ওলাই যায়। এঘণ্টামান ফুৰি-চাকি আহি কোনো মানুহ-দুনুহ নাহিলে বা বিশেষ কাম নাথাকিলে পুনৰ হাতত কিতাপখন লৈ পঢ়াত ব্যস্ত। বহু ৰাতিলৈকে পঢ়া শুনা কৰাটো তেওঁৰ অভ্যাস। মাজনিশা, গভীৰ নিশা, নিজজাল পৰিৱেশত লিখা-পঢ়া কৰিবলৈ তেওঁ বৰ

ভাল পায়। কেতিয়াবা কেতিয়াবা লিখা-পঢ়া কৰোতে দুই আঢ়ৈ বাজেগৈ। পিছৰ জীৱনত তেওঁৰ ভালেমান কিতাপ লিখা মেলাত সহায় কৰিছিল অনু বৰুৱাই। 'বহাগতে পাতি যাও বিয়া', 'এই গাওঁ এই গীত' দুইখন পুথিয়ে নতুন দিল্লীত অনু বৰুৱাই শ্ৰুতলিপি লৈ লিখা। লিখি থাকোতে কেতিয়াবা দুই আঢ়ৈ বাজি যায়; আৰু যদি অনু বৰুৱাই হামিয়াই তেতিয়া আকৌ কব 'তোমাৰ টোপনি ধৰিবৰ হ'লেইনে'?

এদিনৰ কথা, ১২ মান বজাত টুমন, অঞ্জন খাই বৈ শুলে। আঢ়৳মান বজাত টোপনিৰ পৰা সাৰ পাই টুমনে দেখিলে বাৰান্দাৰ লাইট জ্বলি আছে। টুমনে ভাবিলে মাকে বোধহয় লাইট অফ্ কৰিবলৈ পাহৰিলে। লাইট অফ্ কৰিবলৈ উঠি আহি দেখে মাক দেউতাক বাৰান্দাতে বহি তেতিয়াও লিখা পঢ়াত ব্যস্ত। টুমনৰ খঙ চুলিৰ আগ পালেগৈ। 'এতিয়াও শুবৰ হোৱা নাই' বুলি টুমনে মাকৰ হাতৰ পৰা কাগজ কলম আজুৰি লৈ গ'ল।

'এই কুকুৰহঁতৰ পৰা একো কৰিব নোৱাৰি' বুলি তেতিয়াহে হেম বৰুৱা শোৱা পাটিত পৰিলগৈ।

'Parliamentary Times' ৰ ( October, 1966 ) সম্পাদক বি বি চাক্সেনাই এটা প্ৰবন্ধত লিখিছে—

'Shri Hem Barua is always unpredictable. He can spring a surprise at his own choosing ......

Very agile and vigilant he is at his best during the Question Hour and the unpredictable tempo that marks proceedings of the Loksabha at the Zero Hour. His long supplementaries split into equally long parts are often embarrassing to the speaker but very troublesome to Ministers......

All these Parliamentary feats he is able toaccom-

plish by devoting only forty percent of his time, the remaining sixty percent he reserves for more serious pursuits of study, research and writing. He makes no secret of his studies habits ......

Essentially a man of letters he was driven to politics by the barbarism of the police during the British rule, who mercilessly beat this student leader while he was in his school.

## নতুন দিল্লী ঃ দৈনন্দিন জীৱন

নতুন দিল্লীত হেম বৰুৱাৰ কৰ্মক্ষেত্ৰ অকল সংসদ ভৱনতে সীমাবদ্ধ নাছিল। নানান ৰাজহুৱা আৰু শিক্ষানুষ্ঠানৰ লগত তেওঁ নিবিড়ভাৱে জড়িত।

নতুন দিল্লীৰ কলেজসমূহলৈ মাজে মাজে একো গৰাকী বিশিষ্ট ব্যক্তিক একোটি বিশেষ বিষয়ৰ ওপৰত বক্তৃতা দিবলৈ আমন্ত্ৰণ জনায়। হেম বৰুৱাই নিমন্ত্ৰণ ৰক্ষা কৰি ৰামদাস কলেজ, ছেণ্ট্‌ ষ্টিফেন্স কলেজ, দিল্লী স্কুল অব ইকনমিক্স্‌ প্ৰভৃতিত কেবাবাৰো ভাষণ দিছিলে।

দিল্লীৰ গোলপাৰ্ক, ৰামলীলা গ্ৰাউণ্ড প্ৰভৃতিত অনুষ্ঠিত ৰাজহুৱা সভাতো বহুবাৰ ভাষণ দিছিল। ৰামলীলা গ্ৰাউণ্ডৰ এখন জনসভাত ডক্টৰ ৰাধাকৃষ্ণন, লালবাহাদুৰ শাস্ত্ৰীৰ সতে মঞ্চৰ ওপৰত এমোকোৰা তামোল চোবাই বহি আছিল। এনেতে তেওঁৰ বক্তৃতা দিয়াৰ পাল পৰিল। মুখৰ তামোলখিনি পেলোৱাবো ঠাই নাই। কোনোমতে একলীয়া কৰি বক্তৃতা আৰম্ভ কৰিলে। তেওঁৰ নিজৰ ভাষাৰে কবলৈ হলে "তেতিয়া যেন তেওঁৰ মুখত বক্তৃতাৰ টেমছ নদীহে বৈছিল।" কথাষাৰ শুনিয়ে হেনো অসমৰ এজন বুদ্ধিজীৱিয়ে মন্তব্য কৰিছিল, "হেম বৰুৱাই সাত সাগৰৰ সিপাৰৰ টেমছ নদীখন যে সুঁৰিলে

ওচৰেৰে বৈ যোৱা যমুনা নদীখন নেদেখিলে কিয় ?"

গোল মাৰ্কেটৰ ভগৎ সিং মাৰ্কেটত 'শ্বহীদ ভগৎ সিঙৰ সোঁৱৰণী' সভাতো এবাৰ বক্তৃতা দিয়াৰ পাল পৰিছিল। হীৰেন মুখাৰ্জী, নাথ পাই প্ৰভৃতি আন আন বক্তা। হেম বৰুৱাই প্ৰথমতে বক্তৃতা আৰম্ভ কৰিলে ইংৰাজীত। তেতিয়া দৰ্শকৰ মাজৰ পৰা নিৰ্দেশ আহিল হিন্দীত কবলৈ। উপায় নাপাই ভঙা ভঙা হিন্দীতে আৰম্ভ কৰিলে।

হেম বৰুৱা বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্য আছিল। কোৰ্টৰ সভাত যোগদান কৰিবলৈ আহিলে মাজে মাজে তেওঁ ভি, জিৰ লগত গাড়ীৰে ফুৰি ফুৰিছিল।

মাজে মাজে তেওঁ দিল্লীৰ দুই এখন ধৰ্মানুষ্ঠানতো যোগদান কৰিছিল। এবাৰ তেওঁ জয়মাতাৰ (জগদ্ধাত্ৰী) ধৰ্ম সভাত অনু বৰুৱাৰ সৈতে যোগদান কৰি মাজনিশাহে ঘৰলৈ উভতিছিল।

হৰি বিষ্ণু কামাথ আৰু সুৰেন্দ্ৰ নাথ দ্বিবেদীয়ে তেওঁলোকক 'হেম আৰু অনু' বুলিয়ে মাতিছিল। আৰু তেওঁলোকৰ প্ৰতি আছিল স্নেহসিক্ত মৰম। পৰিবেশ ঘৰুৱা। কোনো আৰ-বেৰ নাই। কামাথে কেতিয়াবা গল্প কৰি কৰি ৰাতি হলে কবহি, "অনু আজি ইয়াতে খাম"। অসময়ত আলহী সুধিবলৈ অনু বৰুৱা অলপ অপ্ৰস্তুত হব লগা হয়। কিন্তু সেই বিষয়ে কামাথ নাইবা হেম বৰুৱা এজনৰো খবৰ নাই। আলাপ-আলোচনাত ব্যস্ত।

সংসদত হেম বৰুৱাৰ আসনখন ঠিক সুৰেন দ্বিবেদীৰ পিছতে। সুৰেন দ্বিবেদীৰ মূৰটো টপা। হেম বৰুৱাই সংসদত তামোল খাই থাকে আৰু বক্তৃতা দিলে তামোলৰ টুকুৰাবোৰ চিটিকি চিটিকি দ্বিবেদীৰ টপা মূৰটোত পৰেহি। পিছত যেনিবা হেম বৰুৱাই হাতেৰে লাহে লাহে গুচাই দিয়ে। দ্বিবেদীয়ে পিচত ঘৰলৈ আহিলে অনু বৰুৱাৰ ওচৰত অভিযোগ দিয়েহি।

আৰু এদিনৰ কথা, কোনোবা এজন সুন্দৰ চুট টাই মৰা বন্ধুৱে নিজৰ গাড়ীত তুলি আগবঢ়াই থবলৈ আহিছে। গাড়ী আগবাঢ়ি আছে চাউথ এভিনিউ'ল। দুয়োৰে গল্প বেচ জমিছে। হেম বৰুৱাৰ মুখত এমোকোবা তামোল। এনেতে উঠিল কাঁহ। ৰাখিব নোৱাৰিলে। গাড়ীৰ ভিতৰতে জোৰেৰে কাঁহ এটা মাৰি দিলে। লগে লগে তামোলৰ টুকুৰাৰে বন্ধুজনৰ চুটজোৰ ভমকাফুলীয়া হৈ পৰিল। হেম বৰুৱাৰ লাজ লাগিল যদিও নিৰুপায়। হাতৰ ৰুমালখনেৰে লাহে লাহে টুকুৰাবোৰ আঁতৰাই দিলে।

সংসদী সদস্যসকলৰ ভিতৰত অন্তৰঙ্গ বন্ধু নাথ পাই, ৰঙ্গ, ভি জি প্ৰভৃতি। সমৰ গুহৰ লগত তেওঁ কবিতাৰ আলোচনা কৰিছিল। আলোচনাৰ লগতে দুয়ো কবিতা আবৃত্তি কৰে। ফিল্ম জগতৰ বি আৰ চোপ্ৰা তেওঁৰ এগৰাকী বিশিষ্ট বন্ধু।

সংসদৰ বাহিৰে এগৰাকী, সদালাপী লোক হিচাপে বহুজনৰে পৰা পাইছিল স্নেহ, প্ৰীতি আৰু সদ্‌ভাৱ। হেম বৰুৱাৰ চৰিত্ৰৰ এটা বিশেষ গুণ, তেওঁ যি কোনো মানুহক সহজতে আকৰ্ষণ কৰিব পাৰে।

## মধ্যৱৰ্তী নিৰ্বাচন

১৯৭০ খৃঃৰ শেষৰ ফালে সংসদ ভঙ্গ কৰি ১৯৭১ খৃঃৰ ফেব্ৰুৱাৰী মাহত মধ্যৱৰ্তী নিৰ্বাচন পতা হয়। এই মধ্যৱৰ্তী নিৰ্বাচনত হেম বৰুৱা পুনৰ মঙ্গলদৈ সমষ্টিৰ পৰা পি এছ পিৰ প্ৰাৰ্থী। আমি পূৰ্বতে উল্লেখ কৰিছোঁ তেওঁৰ প্ৰতিদ্বন্দ্বী দুজন কংগ্ৰেছ প্ৰাৰ্থী ধৰণীধৰ দাস আৰু ডক্টৰ ভূপেন হাজৰিকা। এই নিৰ্বাচনত তেওঁ পৰাজয় বৰণ কৰিলে। ৰাজনীতিৰ দবা খেলত হৰা জিকা আছেই, হেম বৰুৱাৰ বাবেও ই নতুন কথা নাছিল। নিৰ্বাচনত পূৰ্বতে আৰু দুবাৰ তেওঁ পৰাজয় বৰণ কৰিছিল। কিন্তু শেষৰ বাৰৰ পৰাজয় তেওঁ সহজভাৱে লব নোৱাৰিলে। সহজ

তাৰে লব নোৱাৰাৰ কাৰণ তেওঁৰ বিৰুদ্ধে কৰা মিছা আৰু জঘন্য অপপ্ৰচাৰ।

"হেম বৰুৱাৰ পত্নী আৰু জীয়েকে আমেৰিকান দূতাবাসত কাম কৰে। তেওঁৰ বিদেশী বেংকত বহু টকা আছে। তেওঁৰ লৰা আমেৰিকাত পঢ়ে।"

"মানুহ বুঢ়া হলে প্ৰকৃতি লবে। কুকুৰ বুঢ়া হলে কাপৰে ধৰে। হেম বৰুৱাক কাপৰে ধৰিছে।"

এনে ধৰণৰ জঘন্য আৰু মিছা অপপ্ৰচাৰ যেতিয়া উচ্চ শিক্ষিত শিল্পী, সাহিত্যিক, ৰাজনীতিবিদৰ মুখৰ পৰা ওলাইছিল, তেতিয়া হেম বৰুৱা মানসিকভাৱে ক্ষুণ্ণ হৈ পৰাটো স্বাভাৱিক।

বৰ হতাশ হৈ বেদনা গধুৰ অন্তৰেৰে কৈছিল, "মোৰ লৰাহে দুজন, ছোৱালী এজনী ওলাল ক'ৰপৰা?" নিৰ্বাচনত পৰাজয় বৰণ কৰাতকৈও এনে ধৰণৰ মিছা আৰু জঘন্য অপপ্ৰচাৰে তেওঁক বেচি ক্ষুণ্ণ কৰিছিল। সেয়েহে এই শেষ বাৰৰ পৰাজয় তেওঁ সহজভাৱে লব নোৱাৰিলে। মধ্যৱৰ্তী নিৰ্বাচনত অকল হেম বৰুৱাই নহয়, আৰু ভালেমান বিৰোধী দলৰ সদস্যই পৰাজয় বৰণ কৰিছিল। পৰাজয় বৰণ কৰাৰ অন্যতম কাৰণ 'ইন্দিৰা ওৱেভ'। নিৰ্বাচনৰ ফলাফল ওলোৱাৰ কেইদিন মান পিছতে অন্যতম কংগ্ৰেছী সদস্য বিজয় চন্দ্ৰ ভাগৱতীয়ে দেবেন্দ্ৰ নাথ শৰ্মাৰ লগত হেম বৰুৱাৰ চেনিকুঠিৰ বাসস্থানলৈ আহি কৈছিল "জানা হেম, এইবাৰ আমাৰ বাবে এটা হাৱা আহিছিল।"

অকল হেম বৰুৱাই নহয় বিৰোধী দলৰ ভালেমান সৰ্বভাৰতীয় নেতা পৰাজয় বৰণ কৰিব লগা হ'ল। সেয়েহে নিৰ্বাচনৰ পিছত 'যুগান্তৰ'ৰ (৯ মাৰ্চ, ১৯৭১) সম্পাদকীয়ত লিখিছিল, "একটা ঘূৰ্ণি ঝড় নিয়ে এসেছিলেন শ্ৰীমতী ইন্দিৰা গান্ধী। বিৰাট বিৰাট মহীৰুহ সমূলে উৎপাটিত হয়েছে। বিৰোধী দলগুলো একেবাৰে ছিন্ন বিছিন্ন। ...এদিক, ওদিক তাকবেন, দেখবেন না মধুলি-

মায়াকে, মিনুমাছানী, বজ, হেম বৰুৱা, ৰাম মূৰ্তি, ৰাম সেৱক, হাৰকেশ্বৰী, বলৰাজ মাধোক প্ৰভৃতি সব অনুপস্থিত। সংসদী গণতন্ত্ৰৰ ৰীতি নীতিতে অভিজ্ঞ এতগুলি নেতাৰ অন্তৰ্দ্ধান বেদনা-দায়ক। তাদেৰ বঠোৰ সমালোচনায় সজীৱ হৈয়ে থাকত লোক সভা।”

সঁচাকৈয়ে হেম বৰুৱাই সংসদী ৰাজ নীতিৰ পৰা অৱসৰ গ্ৰহণ কৰি যি আসন শূন্য কৰিলে সেই আসন আজিও পূৰণ নহ'ল। অধ্যৱসায়, নিষ্ঠা আৰু ঐকান্তিকতাৰ গুণত সংসদী সদস্য স্বৰূপে তেওঁ লাভ কৰিছিল এখন বিশিষ্ট আসন।

হেম বৰুৱা এগৰাকী কবি শিল্পী। কবি-শিল্পীৰ অন্তৰ ফুলতকৈও কোমল। কোমল অন্তৰেৰে আন দহজন ৰাজনীতিবিদৰ দৰে নিৰ্বাচনৰ পৰাজয়, ডবাখেলৰ পৰাজয়ৰ নিচিনাকৈ সহজভাৱে লব নাইবা নিজৰ বাবে হোৱা অপপ্ৰচাৰ চিগাৰেটৰ ধোঁৱাৰ সৈতে উৰাই দিব নোৱাৰিলে।

তেওঁৰ অন্তৰ শিশুৰ দৰে সৰল অন্তৰ। এই সৰলতাই হ'ল কাল স্বৰূপ। সৰলভাৱে বিশ্বাস কৰি অন্তৰৰ সকলো কথা তেওঁ যাৰে তাৰে আগত উজাৰি কৈছিল। তেওঁৰ মুখৰ পৰাই কথাবোৰ লৈ তেওঁৰ বিৰুদ্ধে কৰিছিল অপপ্ৰচাৰ। 'চাৰ চাৰ' বুলি ওচৰতে গা ঘেলাই থকা বহুতো সাহিত্যিক বন্ধুই পিছত গৈ কংগ্ৰেছী মহলত তেওঁৰ বিৰুদ্ধে কুৎসা ৰটনা কৰিছিল।

অসম তথা সৰ্ব ভাৰতীয় ৰাজনীতিৰ বহুতো ৰাজনীতিবিদ, শিক্ষাবিদ, সাহিত্যিকৰ নিচিনাকৈ হেম বৰুৱাই যদি নিশাৰ ভিতৰতে লুটি বাগৰ দি শাসক দলৰ লগত হাত মিলালেহেঁতেন তেতিয়া তেওঁ নিশ্চয় এগৰাকী আগশাৰীৰ মন্ত্ৰী হ'ব পাৰিলে-হেঁতেন। কিন্তু তেওঁ বহুবাৰ লোভনীয় হাত বাউলি উপেক্ষা কৰি নিজৰ দলৰ প্ৰতি আনুগত্য প্ৰকাশ কৰি থাকিল।

হেম বৰুৱাই সংসদত যুঁজিব লগা হৈছিল প্ৰতিকূল অৱস্থাৰ

সন্মুখীন হৈ। অসমৰ সক বৰ নানান সমস্যা লৈ তেওঁ সজাগ আৰু সংসদৰ দৃষ্টি আকৰ্ষণ কৰিছিল যদিও তেওঁ ৰাজ্য চৰকাৰৰ পৰা কোনো ধৰণৰ সহায়-সহযোগ লাভ কৰা নাছিল। হেম বৰুৱাক অকল অসমৰ সমস্যাৰ প্ৰতিহে সচেতন সংসদী সদস্য বুলি ক'লে তেওঁৰ প্ৰতিভা আৰু ব্যক্তিত্বক অৱমাননা কৰা হ'ব। ভাৰত তথা বিশ্বৰ যি কোনো সমস্যাৰ প্ৰতি হেম বৰুৱা আছিল এগৰাকী সজাগ সংসদী সদস্য। তেওঁ এনেদৰে সক্ৰিয় সদস্য হ'ব পৰাৰ মূলতে আছিল গভীৰ অধ্যয়ন আৰু কৰ্তব্যনিষ্ঠা। দ্বিতীয়তে তেওঁ কোনো স্বাৰ্থনিহিত কাৰ্য্যৰ লগতে জড়িত নাছিল। দেশৰ স্বাৰ্থৰ বাহিৰে স্বাৰ্থ কাক বোলে তেওঁ নাজানিছিল। মানসিক সচেতনতা, বহল অধ্যয়ন আৰু স্পষ্টবাদিতা গুণত সংসদী সদস্য হিচাপে তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। এনে এজন জনপ্ৰিয়, সদাজাগ্ৰত, জাকত জিলিকা আগশাৰীৰ সংসদী সদস্য, সংসদী ৰাজনীতিৰ পৰা বিচ্ছিন্ন হৈ পৰাটো অসমৰ বাবে দুৰ্ভাগ্যৰ কথা।

# উত্তৰ শৰণীয়া ঃ জিৰণিৰ ঘৰত ৭

নিৰ্বাচনত পৰাজয় বৰণ কৰি হেম বৰুৱা পুনৰ সপৰিয়ালে চাণক্যপুৰীৰ পৰা উভতি আহিল চেনিকুঠিলৈ। সুদীৰ্ঘ কাল গুৱাহাটীত বাস কৰিছিল যদিও গুৱাহাটীত যে এখন স্থায়ী ঘৰ লাগে সেই কথা কোনো দিনে চিন্তা কৰা নাছিল। এসময়ত ৰাজহ মন্ত্ৰী মতিৰাম বৰাই এডোখৰ মাটি দিব বিচাৰোতে নিজৰ বাবে মাটি নিবিচাৰি বি বৰুৱা কলেজৰ বাবে মাটি বিচৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ।

পিছত অৱশ্যে এগৰাকী সহকৰ্মী বন্ধুৰ যত্নত উত্তৰ শৰণীয়াত এডোখৰ মাটি কিনা হ'ল। তেনেভাৱে ঘৰ সজাৰ কাম আৰম্ভ হ'ল আন এগৰাকী বন্ধুৰ প্ৰচেষ্টাত জীৱন বীমা নিগমৰ পৰা ধাৰ লৈ। মাটি কিনা আৰু ঘৰ সজা এই দুয়োটা কামতে হেম বৰুৱা আছিল নিৰ্বিকাৰ। বোধহয় ৰাজ্যমল্ল ডেকা আৰু ধীৰেন বৰুৱা নাথাকিলে তেওঁৰ ঘৰ আৰু মাটি হৈ নুঠিলহেঁতেন। চাণক্য-পুৰীৰ পৰা আহি গান্ধীবস্তিৰ উত্তৰ শৰণীয়াত সজা এই ঘৰখন সম্পূৰ্ণ কৰি এই ঘৰখনতে আৰম্ভ হ'ল এটি নতুন জীৱন। যোগেশ দাসৰো বাসস্থান সলনি হ'ল লাচিত নগৰৰ নিজা ঘৰলৈ।

এই কালছোৱাত হেম বৰুৱা মানসিক ভাৱে বৰকৈ ভাগি পৰিছিল। তেওঁৰ আৰ্থিক অৱস্থা কোনো কালে স্বচ্ছল নাছিল। অধ্যাপনাৰ মাজেৰে আৰু সংসদী সদস্য স্বৰূপে লাভ কৰা টকা কেইটাই আছিল তেওঁৰ জীৱিকাৰ একমাত্ৰ উপায়। সেই পথ বন্ধ হোৱাত তেওঁ হৈ পৰিল নিৰুপায়, অসহায়। ইপিনে পুত্ৰ দুজন দিল্লী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ আৰু বি এছ চি মহলাৰ

ছাত্ৰ। ঘৰখন চলোৱাই সমস্যা, এনে অৱস্থাত দুজন পুত্ৰক পঢ়ুৱায় কিদৰে? তেতিয়া তেওঁ টিউচন কৰি জীৱিকা নিৰ্বাহ কৰিম বুলিও ইচ্ছা প্ৰকাশ কৰিছিল। অৱশ্যে তেওঁ টিউচন কৰিব লগা নহ'ল। কিন্তু ৰৰপুত্ৰ টুমন বৰুৱাক বিশ্ববিদ্যালয়ৰ পৰা উলিয়াই আনি চাকৰি প্ৰাৰ্থী স্বৰূপে থিয় কৰাবলৈ বাধ্য হ'ল। হেম বৰুৱাৰ বিদেশী বেঙ্কত টকা থকা হলে স্নাতকোত্তৰ মহলাৰ বুৰঞ্জীৰ ছাত্ৰজনক বিশ্ব-বিদ্যালয়ৰ পৰা উলিয়াই আনি চাকৰি প্ৰাৰ্থী স্বৰূপে মাহৰ পিছত মাহ ঘৰতে ৰখুৱাই নাৰাখিলেহেঁতেন। কোনো পিতৃ-মাতৃয়ে নিজৰ সন্তানক এনেদৰে অধ্যয়নৰ পৰা বিৰত কৰিব নিবিচাৰে। টুমন বৰুৱা পিছত ডুমডুমাৰ ওচৰৰ দৈমুখীয়া চাহ বাগিছাত এচিষ্টেণ্ট মেনেজাৰ নিযুক্ত হ'ল।

দ্বিতীয় পুত্ৰ অঞ্জন বৰুৱাই দিল্লী বিশ্ববিদ্যালয়ৰ পৰাই বি এছ চি পৰীক্ষাত পদাৰ্থ বিজ্ঞানৰ অনাৰ্চত প্ৰথম শ্ৰেণী লাভ কৰি পুনৰ দিল্লী বিশ্ববিদ্যালয়তে পঢ়ি এম এছ চি পৰীক্ষাতো পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণী লাভ কৰিছিল। অঞ্জন বৰুৱা বৰ্তমান ষ্টেট বেঙ্ক অৱ ইণ্ডিয়াৰ প্ৰশাসনীয় বিষয়া।

**The Assam Express**

১৯৭১ খৃঃৰ ১৪ নবেম্বৰৰ পৰা 'আসাম এক্সপ্ৰেছ' নামৰ এখন দৈনিক ইংৰাজী কাকত প্ৰকাশ হয়। গুৱাহাটীৰ পৰা প্ৰকাশিত এই দৈনিক কাকতখনৰ সম্পাদনাৰ ভাৰ পৰিল হেম বৰুৱাৰ ওপৰত। "আসাম এক্সপ্ৰেছ" সম্পাদনাৰ লগে লগে হেম বৰুৱাৰ আৰম্ভ হ'ল সাংবাদিকতাৰ এক নতুন জীৱন। অৱশ্যে সৰহ দিন তেওঁ সম্পাদকৰ দায়িত্ব বহন কৰিব নোৱাৰিলে। শাৰীৰিক অসুস্থতাৰ বাবে সম্পাদনাৰ দায়িত্ব এৰিব লগা হ'ল।

**অসম সাহিত্য সভা**

১৯৭১ খৃঃৰ ২৫ অক্টোবৰত হেম বৰুৱা অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশত ধুবুৰী অধিবেশনৰ সভাপতি নিৰ্বাচিত হয়। ইতিপূৰ্বে

সভাপতি পদৰ বাবে কেৰাবাৰো হেম বৰুৱাৰ নাম প্ৰস্তাৱ কৰা হৈছিল। সংসদী সদস্য থকা কালছোৱাত বয়োজ্যেষ্ঠসকলৰ বাবে সেই আসন এৰি দি তেওঁ সেই প্ৰস্তাৱত সন্মতি দিয়া নাছিল।

আনকি ধুবুৰী অধিবেশনৰ বাবেও তেওঁ প্ৰথমতে সন্মতি জনোৱা নাছিল। তীৰ্থনাথ শৰ্মা সেই সময়ত সাহিত্য সভাৰ সভাপতি। সন্মতি গ্ৰহণৰ শেষ দিনাও তেওঁ সন্মতি দিয়া নাছিল। তেতিয়া তীৰ্থনাথ শৰ্মাই সেই কথা যোগেশ দাসক জনালে। এক প্ৰকাৰ যোগেশ দাস, তেওঁৰ পৰিয়াল আৰু দুজন মান শুভাকাঙ্ক্ষীৰ অনু-ৰোধত হেম বৰুৱাই সন্মতি দিবলৈ বাধ্য হ'ল। সেইবাৰ তেওঁৰ পৰা সন্মতি আদায় কৰিব নোৱাৰিলে পিছলৈ আৰু তেওঁক সভাপতি পদত বৰণ কৰাটো কোনোপধ্যে সম্ভৱ নহ'লহেঁতেন।

সাহিত্য সভাৰ লগত হেম বৰুৱাৰ সম্বন্ধ বহুদিনৰে পৰা। ১৯৫৩ খৃঃত অনুষ্ঠিত ছিলং অধিবেশনৰ দ্বিতীয় দিনাৰ সাংস্কৃতিক অনুষ্ঠান পৰিচালনা কৰিছিল সবিতা দেৱীয়ে। এই অধিবেশনত নিৰ্দিষ্ট বক্তা স্বৰূপে এটি সাৰগৰ্ভ বক্তৃতা দিয়ে হেম বৰুৱাই। ১৯৫৪ খৃঃৰে পৰা তেওঁ সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য। নলিনীবালা দেৱী যোৰহাট অধিবেশনৰ সভাপতি। অতুল চন্দ্ৰ হাজৰিকা তেতিয়া সাহিত্য সভাৰ প্ৰধান সম্পাদক।

১৯৬৫ খৃঃৰ জানুৱাৰী মাহত নলবাৰীত অনুষ্ঠিত দ্বাত্ৰিংশতম অধিবেশনৰ আলোচনা চক্ৰৰ সভাপতি হেম বৰুৱা। মূল সভাৰ সভাপতি ডিম্বেশ্বৰ নেওগ আৰু অভ্যৰ্থনা সমিতিৰ ত্ৰৈলোক্য নাথ গোস্বামী। হৰিপ্ৰসাদ নেওগ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। ১৮ জানুৱাৰী ৰাতিপুৱা বিদায়ী সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তই সাহিত্য সভাৰ পতাকা উত্তোলন কৰাৰ পিছতে সাহিত্য সভাৰ মূল মঞ্চত হেম বৰুৱাৰ পৌৰহিত্যত আলোচনা চক্ৰ আৰম্ভ হয়। অসমীয়া চুটি গল্পৰ ওপৰত হোৱা আলোচনা চক্ৰত অংশ গ্ৰহণ কৰিছিল অতুলানন্দ গোস্বামী, ৰোহিণী কাকতি, যোগেশ দাস আৰু ছৈয়দ

আব্দুল মালিকে। উমাকান্ত শৰ্মা আলোচনা চক্ৰৰ শাখা সমিতিৰ সম্পাদক। আলোচনা চক্ৰৰ সভাপতি স্বৰূপে হেম বৰুৱাই লিখিত ভাষণ দিয়া নাছিল। ভাষণ প্ৰসঙ্গত তেওঁ অসমীয়া গল্প সাহিত্যৰ ধাৰা আৰু ইয়াৰ ওপৰত প্ৰতিফলিত পাশ্চাত্যৰ প্ৰভাৱৰ কথা চমুকৈ আলোচনা কৰে আৰু উমাকান্ত শৰ্মাই উল্লেখ কৰা কথা কেইটা সমৰ্থন কৰি কয় যে "অসমীয়াতো জড় জগত, জীৱ জন্তু আদিক কেন্দ্ৰ কৰি গল্প ৰচিত হোৱা আৱশ্যক।" তেওঁ অসমীয়া সাহিত্যিক সকলক দুৰ্বল আৰু নীচাত্মিকা মনোভাব পৰিহাৰ কৰি সাহিত্য সেৱাত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায়। তেওঁ আৰু কয় অসমীয়া সাহিত্যৰ যথোচিত প্ৰচাৰৰ অভাৱৰ কাৰণে ই প্ৰসাৰিত হব পৰা নাই। অসমীয়া সাহিত্য ইংৰাজী আৰু হিন্দী মাধ্যমত ৰচিত হলে এহাতে যেনেকৈ সৰ্বভাৰতীয় স্বীকৃতি অৰ্জন কৰিবলৈ সমৰ্থ হব তেনেকৈ আন্তৰ্জাতিক ক্ষেত্ৰতো স্বীকৃতি পাব।"

সাহিত্য সভাৰ পঞ্চত্ৰিংশ অধিবেশন ১৯৬৮ খৃঃৰ জানুৱাৰী মাহত জ্ঞাননাথ বৰাৰ সভাপতিত্বত তেজপুৰত অনুষ্ঠিত হয়।

গুৱাহাটীত গণতন্ত্ৰ দিৱসৰ দিনা অৰ্থাৎ ২৬ জানুৱাৰীত কিছুমান সমাজ বিৰোধী মানুহে এক অশান্তিৰ সৃষ্টি কৰিছিল। ফাঁচীবজাৰ অঞ্চলত ঘটা অগ্নিকাণ্ড, মটৰ দাহ, লুট পাত আদি ভালেমান সমাজ বিৰোধী কাৰ্য্যই গুৱাহাটীত এক ত্ৰাসৰ সৃষ্টি কৰিছিল। যাৰ ফলত গুৱাহাটীত সান্ধ্য আইন জাৰি কৰিব লগা হয়। গুৱাহাটীৰ সমাজ বিৰোধী কাৰ্যৰ বাতৰি তেজপুৰত প্ৰচাৰ হোৱাত তেজপুৰতো এক প্ৰবল উত্তেজনাৰ সৃষ্টি হৈছিল।

২৭ জানুৱাৰী পুৱা হেম বৰুৱাই তেজপুৰ অধিবেশনৰ প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰিছিল। হেম বৰুৱাই তেওঁৰ ভাষণত "জাতিৰ ঐতিহ্যৰ লগত সঙ্গতি ৰাখি ভৱিষ্যতৰ সংহত জীৱন গঢ়ি তোলাত জাতীয় প্ৰদৰ্শনীৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব আৰোপ কৰে। ভাষণ প্ৰসঙ্গত তেওঁ গুৱাহাটীৰ ঘটনাৰ উল্লেখ কৰি এনে ধ্বংসাত্মক

কাৰ্যৰ গৰিহণা দিয়ে আৰু অসমৰ এই সঙ্কট কালত স্থিৰ বিবেচনা বুদ্ধিৰে আগবাঢ়িবলৈ আহ্বান জনায়।"

গুৱাহাটীলৈ আহিও তেওঁ এই কাৰ্যৰ নিন্দা কৰে আৰু তেতিয়াৰ গৃহমন্ত্ৰী ৰাই বি চৱনক ঘটনাৰ বুজ লবলৈ আহ্বান জনায়। আহ্বানত সঁহাৰি দি চৱন গুৱাহাটীলৈ আহি ঘটনাৰ বুজ লৈ যায়। ফলত সংসদত অসমীয়াৰ বিৰুদ্ধে হোৱা বিৰূপ আলোচনাৰ পৰা ৰক্ষা পৰিছিল। তেওঁৰ এই কাৰ্যক এচাম লোকে সমালোচনা কৰিছিল।

সাহিত্য সভাৰ ষটত্ৰিংশ অধিবেশন ১৯৬৯ খৃঃৰ ফেব্ৰুৱাৰী মাহৰ আগভাগতে বৰপেটাত বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত হয়। মহেন্দ্ৰ মোহন চৌধুৰী অভ্যৰ্থনা সমিতিৰ সভাপতি।

৮ ফেব্ৰুৱাৰী ৰাতিপুৱা 'আধুনিক কবিতাৰ ওপৰত অনুষ্ঠিত আলোচনা সভাৰ সভাপতি ডক্টৰ মহেন্দ্ৰ বৰা। আলোচনাত হেম বৰুৱায়ো অংশ গ্ৰহণ কৰিছিল। সিদিনাৰ সন্ধিয়াৰ সাংস্কৃতিক সন্মিলনতো সভাপতিত্ব কৰিছিল হেম বৰুৱাই। সাংস্কৃতিক সন্মিলনত তেওঁ এখন ছপা ভাষণ পাঠ কৰিছিল।

১৯৭৩ খৃঃৰ ফেব্ৰুৱাৰী মাহৰ আগভাগত গিৰিধৰ শৰ্মাৰ সভাপতিত্বত সাহিত্য সভাৰ চত্বাৰিংশ অধিবেশন অনুষ্ঠিত হয়। ৰঙিয়াৰ হৰদত্ত নগৰত উলহ-মালহেৰে বিপুল জনসমাৱেশত ১০ ফেব্ৰুৱাৰী শনিবাৰে ৰাতিপুৱা সাহিত্য সভাৰ পতাকা উত্তোলন কৰিছিল বিদায়ী সভাপতি হেম বৰুৱাই। তেওঁৰ ভাষণত সাহিত্য সভাৰ পতাকাৰ তলত থিয় হৈ ঐক্য আৰু সম্প্ৰীতিৰ বান্ধোনেৰে বান্ধ খাবলৈ সদৌ অসমবাসীক আহ্বান জনাইছিল।

## সাহিত্য সভাৰ সভাপতি : ধুবুৰী অধিবেশন

অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ অধিবেশন ১৯৭২ খৃঃৰ ৭

এপ্ৰিলৰ পৰা ধুবুৰীত অনুষ্ঠিত হয়। হেম বৰুৱা ধুবুৰী অধিবেশনৰ সভাপতি। দীনেশৰঞ্জন সৰকাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি। ডক্টৰ হেৰম্ব কান্ত বৰপূজাৰী বুৰঞ্জী শাখাৰ, বৈকুণ্ঠ নাথ তৰ্কতীৰ্থ কবি সন্মিলনৰ, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা আলোচনা চক্ৰ-ৰ আৰু ডাঃ অন্নদা চৰণ দাস সাংস্কৃতিক সন্মিলনৰ সভাপতি।

'প্ৰমথ নগৰ' নামেৰে সভামণ্ডপ সজা হৈছিল গৌৰীপুৰ খেল পথাৰত। ছত্ৰশালৰ মন্দিৰৰ আহিত নিৰ্মিত মূল সভামণ্ডপৰ তোৰণ খন আছিল আকৰ্ষণীয়। ৭ এপ্ৰিল ৰাতিপুৱা সাহিত্য সভাৰ পতাকা উত্তোলন কৰিছিল নলিনীবালা দেৱীয়ে। সিদিনাই আবেলি হেম বৰুৱাৰ পৌৰহিত্যত বিষয় বাচনি সভা অনুষ্ঠিত হয়। অসমৰ বিভিন্ন ঠাইৰ পৰা আহি সভাত যোগদান কৰা প্ৰতিনিধিৰ সংখ্যা প্ৰায় চাৰি শ।

৮ এপ্ৰিলৰ পৰা মুকলি অধিবেশন। ধুবুৰীৰ চাৰ্কিত হাউচত থকা সভাপতিৰ শিবিৰৰ পৰা এটি সমদল যাত্ৰাৰে নগৰ পৰিভ্ৰমণ কৰি সভাপতিক সভামণ্ডপলৈ আগবঢ়াই নিয়া হয়। সভাৰ কাম আৰম্ভ কৰা হয় 'চিৰচেনেহী মোৰ ভাষা জননী' গীতেৰে। সভাপতিৰ নাম প্ৰস্তাৱ কৰিছিল বিদায়ী সভাপতি তীৰ্থনাথ শৰ্মাই। সভা উদ্বোধন কৰিছিল প্ৰাক্তন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে। অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণি ভাষণ আৰু প্ৰধান সম্পাদক যতীন্দ্ৰ নাথ গোস্বামীৰ প্ৰতিবেদন পাঠেৰে সভাৰ কাম আগবঢ়াই নিয়া হয়। সভাপতিৰ অভিভাষণৰ প্ৰথম কেইপৃষ্ঠামানহে হেম বৰুৱাই পাঠ কৰিছিল। সভাপতিৰ অভিভাষণৰ বাকী অংশ পাঠ কৰিছিল চন্দ্ৰধৰ গোস্বামীয়ে।

হেম বৰুৱাৰ সভাপতিত্বত দ্বিতীয় মুকলি অধিবেশন অনুষ্ঠিত হয় ৯ এপ্ৰিল দেওবাৰে দিনৰ দুই বজাৰ পৰা। সিদিনাৰ সভাৰ অন্যতম আকৰ্ষণ বাগ্মীবৰ নীলমণি ফুকনৰ উদ্দিপনাময়ী ভাষণ। সিদিনাৰ মুকলি সভাতে প্ৰবীণ ৰাজনীতিজ্ঞ, সুসাহিত্যিক অমিয় কুমাৰ

দাসক সাহিত্য সভাৰ পক্ষৰ পৰা সম্বৰ্দ্ধনা জনোৱা হয়।

সভাপতি স্বৰূপে হেম বৰুৱাই কাৰ্যনিৰ্বাহক সভাত সভাপতিত্ব কৰাৰ বাহিৰে বিশেষ ভূমিকা নাই। শাৰীৰিক অসুস্থতাই আছিল ইয়াৰ ঘাই কাৰণ।

শিক্ষাৰ মাধ্যম আন্দোলনে এই বছৰটোত অসমৰ জাতীয় জীৱনত এক সঙ্কটৰ সৃষ্টি কৰিছিল। মাধ্যম আন্দোলনৰ বাবে সাহিত্য সভা হব লগা হৈছিল অধিক সচেতন। এই বছৰতে উদ্‌যাপন কৰা হৈছিল কনকলাল বৰুৱা আৰু বেণুধৰ ৰাজখোৱাৰ জন্ম শতবাৰ্ষিকী উছৱ।

তেজপুৰ সাহিত্য সভা, মঙ্গলদৈ সাহিত্য সভা, ডুমডুমা সাহিত্য সভা আৰু ধেমাজী সাহিত্য সভাৰ পক্ষৰ পৰা হেম বৰুৱাক ৰাজহুৱা ভাবে সম্বৰ্দ্ধনা জনোৱা হৈছিল।

# সাগৰ দেখিছা ৮

'দেশ ভ্ৰমণ আৰু পুথি অধ্যয়ন জ্ঞান আহৰণৰ বাবে প্ৰশস্ত পথ।' হেম বৰুৱাৰ এই কথাৰ প্ৰতি দৃঢ় বিশ্বাস। এই দুয়োটাৰে সুযোগ হেম বৰুৱাই গ্ৰহণ কৰিছিল। তেওঁৰ বিস্তৃত অধ্যয়নৰ ফল যেনেদৰে বিবিধ গ্ৰন্থৰাজিৰ মাজত প্ৰকাশ পাইছে তেনেদৰে বিভিন্ন দেশ ভ্ৰমণৰ অভিজ্ঞতাৰে ভ্ৰমণ কাহিনীসমূহ সমুজ্জ্বল।

হেম বৰুৱাই বহুবাৰ বিদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিছিল। সংসদী সদস্য স্বৰূপেও তেওঁ কেবাবাৰো বিদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিছিল। সংসদী সদস্য নিৰ্বাচিত হোৱাৰ পূৰ্বে ভ্ৰমণ কৰা দেশ ব্ৰহ্মদেশ আৰু আমেৰিকা যুক্তৰাজ্য। সংসদী সদস্য স্বৰূপে ভ্ৰমণ কৰা দেশসমূহ হ'ল ৰুচদেশ, ইজৰাইল, ইংলণ্ড, নেপাল, দক্ষিণ পূব এচিয়াৰ টাইলেণ্ড, কেম্বোডিয়া, মালয়ছিয়া, চিঙ্গাপুৰ আৰু টাইৱান। ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা তেওঁৰ ভ্ৰমণ কাহিনীসমূহ মনোৰম সুখপাঠ্য। ইংলণ্ড আৰু টাইৱান ভ্ৰমণৰ অভিজ্ঞতাৰে দুখন ভ্ৰমণ কাহিনী ৰচনা কৰিছে অনু বৰুৱাই।

### ব্ৰহ্মদেশ

হেম বৰুৱাৰ প্ৰথম বিদেশ ভ্ৰমণ অসমৰ গাতে লগা ব্ৰহ্মদেশ। ১৯৫০ খৃঃৰ নৱেম্বৰ মাহত সাত দিনৰ বাবে ব্ৰহ্মদেশলৈ গৈছিল। ব্ৰহ্মদেশৰ ৰেঙ্গুন চহৰৰ ৰেঙ্গুন বিশ্ববিদ্যালয়তে অনুষ্ঠিত হৈছিল 'ৱৰ্ল্ড ইউনিভাৰ্চিটি চাৰ্ভিচ'ৰ দক্ষিণ পূব এচিয়াৰ আঞ্চলিক সভা। উক্ত সভাত অসমৰ পৰা যোগদান কৰিছিল হেম বৰুৱা আৰু প্ৰফুল্ল চন্দ্ৰ বৰুৱাই। বীৰেন অগ্ৰৱাল, এলিজাবেথ পোথান প্ৰভৃতি সভাত

যোগদান কৰা আন চাৰি গৰাকী ভাৰতীয় সদস্য।

১৯৫০ খৃঃত অসমত 'ৱৰ্ল্ড ইউনিভাৰ্চিটি চাৰ্ভিচ'ৰ এটি শাখা খোলা হয়। প্ৰফুল্ল চন্দ্ৰ বৰুৱা ইয়াৰ প্ৰথম সম্পাদক। প্ৰথম অৱস্থাত ই এটি ৰাজনৈতিক অনুষ্ঠান বুলি কোনো শিক্ষাবিদে ইয়াৰ সভাপতি পদ গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা নাছিল। তেতিয়া হেম বৰুৱাই সভাপতি পদ গ্ৰহণ কৰিছিল। ডক্টৰ জাকিৰ হুছেইন ৱৰ্ল্ড ইউনিভাৰ্চিটি চাৰ্ভিচৰ সভাপতি আৰু বীৰেন অগ্ৰৱাল সম্পাদক।

১৯৫০ খৃঃৰ ভূঁইকপৰ পিছত ধ্বংসস্তূপৰ কেইখনমান ফটো সহ ভাৰতবৰ্ষৰ বাহিৰৰ বিভিন্ন দেশ ইউৰোপ, আমেৰিকা যুক্তৰাজ্য প্ৰভৃতিলৈ পঠোৱা হৈছিল। আৰু তলত চমুকৈ বৰ্ণনা কৰা হৈছিল ভূমিকম্পৰ ফলত হোৱা অসমৰ শিক্ষাৰ্থীৰ দুৰৱস্থাৰ কথা। এই কাৰ্যই বিভিন্ন দেশৰ শাখাসমূহৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ইয়াৰ পিছত বিভিন্ন দেশৰ পৰা আহিছিল কিতাপপত্ৰ, মেডিকেল সৰঞ্জাম আৰু আৰ্থিক সাহায্য। কিতাপপত্ৰ কিছু জে বি কলেজক আৰু মেডিকেল সৰঞ্জাম মেডিকেল কলেজক যোগান ধৰা হৈছিল। অৰ্থ সাহায্য স্বৰূপে পোৱা ধনেৰে ছিলঙৰ ৰেড চেষ্ট হস্পিটেলত ১২ খন বিছনা সহ এটি ৱাৰ্ড সাজি দিয়া হৈছিল। ৱৰ্ল্ড ইউনিভাৰ্চিটি চাৰ্ভিচৰ অসম শাখাৰ পিছত ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা সভাপতি আৰু অনিল ৰতন বৰঠাকুৰ সম্পাদক।

ৰেঙ্গুনৰ সভাত যোগদান কৰা প্ৰতিনিধিসমূহ হ'ল জাপান, ফিলিপাইন, ইণ্ডোনেচীয়া, ব্ৰহ্মদেশ আৰু চিঙ্গাপুৰৰ। প্ৰতিনিধি-সকলে ৱৰ্ল্ড ইউনিভাৰ্চিটি চাৰ্ভিচৰ কাৰ্য্যপন্থা সম্পৰ্কে ভালেমান আঁচনি কৰিছিল। সকলো ধৰণৰ আলোচনাতে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল ভাৰতীয় প্ৰতিনিধি হেম বৰুৱা আৰু প্ৰফুল্ল চন্দ্ৰ বৰুৱাই। প্ৰফুল্ল চন্দ্ৰ বৰুৱা তেতিয়া বিশ্ববিদ্যালয়ৰ ছাত্ৰ, এম এ পৰীক্ষাৰ্থী।

ৰেঙ্গুন বিশ্ববিদ্যালয়ৰ ছাত্ৰ সংস্থাৰ দ্বাৰা আয়োজিত সভা এখনতো হেম বৰুৱাই ভাষণ দিছিল। তেওঁ ব্ৰহ্মদেশৰ স্বৰাষ্ট্ৰ আৰু

দেশ ৰক্ষা মন্ত্ৰী উ উইনৰ লগত সাক্ষাৎ কৰি সেইদেশৰ ভূমি সমস্যা সম্পৰ্কে আলোচনা কৰিছিল। ব্ৰহ্মদেশৰ ছ'চিয়েলিষ্ট পাটিৰ সম্পাদক উবা খ্বেকো লগ ধৰিছিল। তেওঁলোক পেগুলৈকো গৈছিল।

## আমেৰিকা যুক্তৰাজ্য

দ্বিতীয়বাৰ হেম বৰুৱাই ১৯৫৩ খৃঃৰ ৬ ডিচেম্বৰত আমেৰিকা যুক্তৰাজ্য ভ্ৰমণৰ বাবে যাত্ৰা কৰিছিল। আমেৰিকালৈ যোৱাৰ সুযোগ পোৱাৰ মূলতে আছিল কৃষ্ণকান্ত সন্দিকৈ। সন্দিকৈ ডাঙৰীয়া তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য। সেই সময়ত এগৰাকী আমেৰিকান মহিলা গুৱাহাটীলৈ আহি কলেজবোৰত বক্তৃতা দি ফুৰিছিল। এই মহিলা গৰাকীয়েও আমেৰিকালৈ যোৱাত সহায় কৰে। পিছত কলিকতাত থকা আমেৰিকান কনচাল জেনেৰেলে হেম বৰুৱাক আমেৰিকালৈ যোৱাৰ নিমন্ত্ৰণ জনালে।

আমেৰিকা যুক্তৰাজ্যৰ পৰা আমন্ত্ৰণ পাইছিল যদিও প্ৰথমতে আৰ্থিক সঙ্কটৰ বাবে যোৱাটো সমস্যা হৈ পৰিছিল। সমস্যা হ'ল খদ্দৰৰ ধুতি আৰু আঠুলৈকে বৈ পৰা দীঘল পাঞ্জাবী পিন্ধি আমেৰিকালৈ যায় কিদৰে। যাবলৈ হলে হাত খৰছৰ পৰা সাজ-পোছাকলৈ ভালেখিনি টকাৰ প্ৰয়োজন। কামাখ্যা প্ৰসাদ ত্ৰিপাঠী প্ৰভৃতি ভালেমান বিশিষ্ট ব্যক্তিয়ে তেওঁক টকা পইছা সংগ্ৰহ কৰি দি আৰ্থিক সঙ্কট আঁতৰালে। এযোৰ গৰম চুট আৰু এযোৰ জোতা মোজা যেনিবা যোগাৰ হ'ল। কিন্তু সমস্যা হ'ল টাই মৰাটো। টাই মাৰিবলৈ শিকালে কলিকতাত থকা ছাত্ৰ কেইজনমানে। শেষত 'এঘৰৰ পাটনাদ এঘৰৰ জৰিবে' হেম বৰুৱা ওলাল যুক্তৰাজ্য ভ্ৰমণৰ বাবে। এই যাত্ৰা আছিল আকাশ পথেৰে কৰা উৰণীয়া যাত্ৰা। বিমানখনৰ নাম 'ৰামধেনু'। বিমানখন কৰাচী এৰি বচৰা, ডামস্কাচ লেবাননৰ ওপৰেদি লণ্ডন পালে। লণ্ডন চহৰত দুদিন জিৰাইছিল।

আমেৰিকা যুক্তৰাজ্যত প্ৰথমতে উপস্থিত হ'ল নিউয়ৰ্ক চহৰত। পিছত ৱাশ্বিংটন, বোষ্টন, চিকাগো, ছানফ্ৰান্সিস্কো দাৰহাম, লছ এঞ্জেলছ, শান্তা কে প্ৰভৃতি চহৰ ভ্ৰমণ কৰিছিল। য'লৈকে গৈছিল শিক্ষানুষ্ঠান, প্ৰেছ, ৰেডিঅ', থিয়েটাৰ, মিউজিয়াম আৰু আৰ্ট গেলেৰী আছিল তেওঁৰ প্ৰধান আকৰ্ষণ। অনুসন্ধিৎসু দৃষ্টিৰে সকলোটিকে খুটি-নাতি মাৰি পৰ্য্যবেক্ষণ কৰাটো তেওঁৰ ভ্ৰমণৰ অন্যতম বৈশিষ্ট্য। যুক্তৰাজ্যৰ বিভিন্ন ঠাইত সভা-সমিতিত যোগদান কৰি বিভিন্ন বিষয়ৰ বক্তৃতা শুনিছিল আৰু সময় সুযোগ বুজি অংশ গ্ৰহণ কৰিছিল।

যুক্তৰাষ্ট্ৰৰ ছ'চিয়েলিষ্ট পাৰ্টিৰ এগৰাকী শীৰ্ষস্থানীয় নেতা নৰম্যান ট'মাচ। প্ৰখ্যাত ঔপন্যাসিক পাৰ্লবাকৰ লগতো সাক্ষাৎ কৰিছিল।

আমেৰিকান যুক্তৰাষ্ট্ৰত নিগ্ৰোসকলৰ প্ৰতি থকা বৰ্ণ-বৈষম্য নীতিয়ে তেওঁক অতীষ্ঠ কৰি তুলিছিল। যেম বৰুৱাই য'তেই সুবিধা পাইছিল তেওঁৰ নিজস্ব দৃষ্টিভঙ্গীৰ কথা, ভাৰতবৰ্ষৰ নীতিৰ কথা স্পষ্টভাৱে ব্যক্ত কৰিছিল। তেওঁৰ সেই কাৰ্য্য আৰু নিৰ্ভিকতাৰ প্ৰতি লক্ষ্য ৰাখি 'বোষ্টন পষ্ট' নামৰ বাতৰি কাকত এখনে মন্তব্য কৰিছিল—"Barua is fearless and frank in his political opinions, let the axe fall where it may". অৰ্থাৎ কুঠাৰৰ আঘাত য'তেই নপৰক লাগিলে ৰাজনৈতিক মত প্ৰকাশত বৰুৱা নিৰ্ভীক আৰু স্পষ্টবাদী'।

যুক্তৰাজ্যৰ পৰা উভতি আহোতে পুনৰ লণ্ডন চহৰত সোমাই আহিছিল। পেৰিচ চহৰ ভ্ৰমণ কৰোতে পেৰিচৰ লুভ্ৰ চিত্ৰঘৰে তেওঁক বৰকৈ মুহিছিল। এই চিত্ৰ ঘৰত সোমালে শ্বাস বন্ধ হৈ যোৱাৰ নিচিনা ( Breath forgets to breathe ) অৱস্থা হয়। পেৰিছৰ পৰা ভাৰছাই চহৰলৈ গৈ নেপোলিয়ান বোনাপাৰ্টৰ দিনৰ ৰাজপ্ৰাসাদ 'পেলে দি ভাৰছাই' চাইছিল। বেৰ আৰু ছিলিঙৰ ছবিবোৰে ( Fresco ) তেওঁক বৰকৈ আকৰ্ষণ কৰিছিল।

এই ভ্ৰমণ কালতে চোৱা আন দুখন চহৰ জেনিভা আৰু ৰোম। জেনেভাতে আছে লীগ অৱ নেচনৰ ঘৰ-দুৱাৰ। প্ৰাচীন কীৰ্ত্তি সম্ভাৰেৰে ভৰপূৰ ৰোম চহৰ। ইয়াতে দেখিছিল শ্ৰেলী আৰু কীটচ্‌ৰ কবৰ দুটা। 'সাগৰ দেখিছা' (১৯৫৪) তেওঁৰ যুক্তৰাজ্য ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা গ্ৰন্থ।

## ৰুচদেশ

পাৰ্লিয়ামেণ্টৰ সদস্য নিৰ্বাচিত হোৱাৰ অলপ দিন পিছতে তেওঁ ৰুচদেশ ভ্ৰমণৰ সুযোগ লাভ কৰিলে। ৰুচদেশ আৰু ভাৰতবৰ্ষৰ মাজত পোনপটীয়া যাতায়তৰ পথ মুকলি কৰে ১৯৫৮ খৃঃৰ ১৪ আগষ্টত। দুয়ো দেশৰ পৰা দুটা সজাতি দলে প্ৰথমতে এই যাতা-য়তৰ পথ মুকলি কৰিছিল। ৰাজ্য সভাৰ ৪ জন আৰু লোক সভাৰ ৮ জন সদস্যৰে গঠিত এই সজাতি দলটোৰ নেতৃত্ব কৰিছিল ডক্টৰ হৃদয় নাথ কুঞ্জৰুৱে। লোক সভাৰ সদস্য হিচাপে হেম বৰুৱাই এই সজাতি দলৰ অন্তৰ্ভুক্ত হৈছিল। যোৱাৰ পূৰ্বে আমালৈ লিখিছিল— "এটা কথা, মই পৰহিলৈ অৰ্থাৎ অহা ১৪ তাৰিখে মস্কোলৈ যাম। সেইদিনা আমাৰ আৰু U S S Rৰ মাজত প্ৰথমবাৰৰ কাৰণে আকাশ পথেদি যোগাযোগ মুকলি হব। এই উৎসৱত যোগ দিবলৈ ভাৰত চৰকাৰে লোকসভাৰ ৮ জন এম পিক বাছিছে। ভগৱানৰ কৃপাত মই সেই ৮ জনৰ ভিতৰত পৰিছোঁ। গতিকে যাবলৈ ওলালোঁ। ১৪ তাৰিখে পুৱা ৮ বজাত দিল্লী এৰিম। সেইদিনাই inaugural flight আৰম্ভ হব। মস্কোত সম্ভৱতঃ ১০ দিন মান থাকিম। খবৰটো কালিহে পাইছোঁ।"

'ৰাণী অৱ বিজাপুৰ' নামৰ ভাৰতীয় প্লেনখনত ১৪ আগষ্টৰ ৰাতিপুৱা ৮ বজাত পালাম বিমান বন্দৰৰ পৰা ৰুচদেশ বুলি যাত্ৰা কৰিলে। ভাৰতীয় দলটোক ৰুচদেশত প্ৰথম আদৰণি জনালে তাচকণ্ড বিমান বন্দৰত। এইখন চহৰতে পিছত লালবাহাদুৰ শাস্ত্ৰী

আৰু পাকিস্থানৰ ৰাষ্ট্ৰপতি আয়ুব খানৰ মাজত ঐতিহাসিক পাক-ভাৰত চুক্তি স্বাক্ষৰিত হৈছিল। এই চহৰতে শেষত শাস্ত্ৰীৰ জীৱন-বন্তি নিৰ্বাপিত হ'ল।

মস্কো বিমান বন্দৰত তেওঁলোকক আদৰিলে বিমান বাহিনীৰ গুৰিয়াল মাৰ্শেলজনে। মস্কোত থকা কেইদিন নগৰখনৰ চাবলগীয়া প্ৰায়বোৰ বস্তুকে চাইছিল। ক্ৰেমলিন প্ৰাসাদতে তেওঁলোকক চুপ্ৰিম ছভিয়েটৰ সভাপতি লেভানভে অভ্যৰ্থনা জনাইছিল। লেনিন আৰু ষ্টেলিনৰ সমাধি দুটা নিজ চকুৰে চাইছিল। সকৰে পৰা শুনি অহা পৃথিৱীৰ সাতটা আচৰিত বস্তুৰ এটা, মস্কোৰ ঘণ্টা এই চহৰতে আছিল। অৱশ্যে ই এতিয়া বজাব পৰা অৱস্থাত নাই। এটি ওখ বেদীৰ ওপৰতহে। ১৭৩৫ খৃঃত আইভান মেটৰীন আৰু তেওঁৰ পুত্ৰ মিকেইলে দুশ মোণ ওজনৰ এই ঘণ্টাটো সজাইছিল।

বহুদিনৰে পৰা শুনি অহা মস্কোৰ বলচয় থিয়েটাৰ চোৱাৰ সুযোগ লাভ কৰে। বলচয় থিয়েটাৰ সকলো পিনৰ পৰা স্বয়ং সম্পূৰ্ণ। আনকি নিজৰ ছপাশাল বাতৰি কাকতৰো ব্যৱস্থা আছে। লেনিন হিলছৰ ওপৰত মস্কো বিশ্ববিদ্যালয় অৱস্থিত। লেনিন গ্ৰেড চহৰখনো তেওঁলোকৰ কাৰ্যসূচীৰ ভিতৰত।

সন্ধানী দৃষ্টিৰে হেম বৰুৱাই তন্ন তন্নকৈ সকলোবোৰ চাইছিল। আনকি মাজ নিশালৈকে বেলে নাচ চাইছিল। পাৰ্ক, ৰেষ্টোঁৰা আদিও ঘূৰি পকি চাইছিল। তেওঁৰ মতে মহানগৰসমূহৰ নৈশ জীৱন ৰোমান্সকৰ। নৈশ জীৱন উপভোগ কৰিব নোৱাৰিলে ভ্ৰমণৰ সাৰ্থকতাই বা ক'ত?

পূৰ্বৰে পৰা ৰুচদেশৰ সাম্যবাদৰ কথা শুনি তেওঁৰ এটি ধাৰণা হৈছিল সেইখন দেশত নিশ্চয় শ্ৰেণী সংগ্ৰামৰ প্ৰশ্ন নাই। কিন্তু ভ্ৰমণৰ অভিজ্ঞতাৰ পৰা দেখিবলৈ পালে দৰমহাৰ তাৰতম্য, তিনি শ্ৰেণীৰ মটৰ গাড়ী আৰু খালি ভৰিৰে থকা মানুহ, তেতিয়া তেওঁৰ সেই মোহভঙ্গ হ'ল। আনকি ৰুচদেশত মানুহৰ বাক্ স্বাধীনতাও নাই।

"কচিয়াৰ অভিজ্ঞতা পুলক ভৰা। ... কিছুমানে অনুভূতি জোকাৰি গ'ল। কিছুমানে অনুভূতি মোহাৰি পেলালে। ই কিছুই নহওক লাগিলে চকুৰ আগতে মোৰ কল্পনাৰ ৰঙা কৰবীৰ ফুলপাহ অলপ মবহা যেন অনুমান হ'ল।" 'ৰঙা কৰবীৰ ফুল' (১৯৫৯) ৰুচদেশ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা ভ্ৰমণ কাহিনী।

তেওঁলোকৰ দলত আছিল এগৰাকী প্ৰবীণ সাংবাদিক। যাত্ৰাৰ আগমুহূৰ্তত নতুন দিল্লীতে তেওঁ হেম বৰুৱাক ক'লে, "হেম, আমাৰ পেট একটু খাৰাপ। তুমি আমাকে দেখবে।" হেম বৰুৱাই শলাগিলে 'ভাল দাদা'। সঁচাকৈয়ে তেওঁৰ পেটৰ ঠিক নাই। কিন্তু হেম বৰুৱাই তেওঁক দেখিব ক'ত? য'তেই ভোজৰ আয়োজন তাতেই তেওঁৰ খোৱাৰ কোব বেছি। ঠিক তেনেদৰে পায়খানালৈ যোৱাটোও হয় বেছি। মস্কোৰ এটা প্ৰীতি ভোজত সকলোটি বহিছে। ৰুচ গাভৰু কেইজনীমানে থালে থালে খোৱা বস্তু সজাই দি গৈছে। ভুলতে ছোৱালী এজনীয়ে উক্ত সাংবাদিক সদস্য গৰাকীৰ থালত কণী দিবলৈ পাহৰিলে। তেওঁক এৰি টেবুলৰ সিটো মূৰ পালেগৈ। থাললৈ চাই দেখিলে সৰ্বনাশ তেওঁৰ থালত কণী নাই। চিঞৰি চিঞৰি হেম বৰুৱাক ক'লে, "হেম, মেয়েটাকে বলোতো আমাৰ প্লেটে ডিম পড়েনি।" ভ্ৰমণ কালৰ সৰু বৰ এনে ভালেমান কাহিনী হেম বৰুৱাৰ নিজ মুখৰ পৰা শুনাৰ সৌভাগ্য ঘটিছিল।

## ইজৰাইল

১৯৬৪ খৃঃত ইজৰাইল চৰকাৰৰ আমন্ত্ৰণক্ৰমে তেওঁ ইজৰাইল ভ্ৰমণ কৰিছিল। ইজৰাইলৰ প্ৰধান চহৰ তেল এভিভ্, ৰাজধানী জেৰুজালেম, গেলিলি, জাফা, নেজেৰেথ প্ৰভৃতি সৰু বৰ ভালেমান চহৰ, শিক্ষানুষ্ঠান, মিউজিয়ম, থিয়েটাৰসমূহ আছিল তেওঁৰ ভ্ৰমণৰ কাৰ্য্যসূচীৰ অন্তৰ্গত। ১৯৪৮ খৃঃত স্বাধীন ৰাষ্ট্ৰ স্বৰূপে স্বীকৃতি পোৱা ইহুদীসকলৰ এই ৰাজ্যখনৰ প্ৰতি সহানুভূতি আৰু সন্ধানী দৃষ্টিৰে

অতীত ঐতিহ্যৰ পৰা সাম্প্ৰতিক অগ্ৰগতিলৈকে তেওঁ সকলো কথাকে গভীৰভাৱে পৰ্য্যবেক্ষণ কৰিছিল। চুটি ভ্ৰমণ কালছোৱাত দেশখন আৰু ইহুদী জাতিৰ শিক্ষা, সংস্কৃতি, অৰ্থনীতি আদি বিভিন্ন দিশৰ বিষয়ে খৰচি মাৰি অধ্যয়ন কৰিছিল। যাত্ৰাৰ পথত তেহৰাণ চহৰখনতো এভুমুকি মাৰিছিল। 'ইজৰাইল' (১৯৬৫) এই ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা পুথি।

## দক্ষিণ-পূব এচিয়া

পাক ভাৰত সংঘৰ্ষৰ পিছত ভাৰত পাকিস্থান সম্বন্ধ আৰু কাশ্মীৰ সমস্যা সম্পৰ্কে বিদেশৰ ৰাষ্ট্ৰনায়কসকলৰ লগত সাক্ষাত কৰি দেশৰ দৃষ্টিভঙ্গী ব্যাখ্যা কৰিবলৈ এটি সংসদী প্ৰতিনিধি দল দক্ষিণ-পূব এচিয়ালৈ যায়। ১৯৬৫ খৃঃৰ ডিচেম্বৰ মাহত যোৱা উক্ত দলৰ হেম বৰুৱা উপ দলপতি। আমাৰ দেশৰ সংস্কৃতি সভ্যতাৰ লগত দক্ষিণ-পূব এচিয়াৰ দেশসমূহৰ ভালেখিনি মিল দেখা যায়। বেঙ্কক চহৰত দিয়া এটি বক্তৃতাত তেওঁ তেনে সাদৃশ্য কিছুমানৰ নিদৰ্শন দাঙি ধৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। দক্ষিণ-পূব এচিয়াৰ টাইলেণ্ড, কেম্বোডিয়া, মালয়েছিয়া, লাওচ আৰু চিঙ্গাপুৰ তেওঁলোকৰ ভ্ৰমণৰ অন্তৰ্ভুক্ত দেশ। দেশসমূহৰ প্ৰধান চহৰসমূহ আৰু সাহিত্য সংস্কৃতিৰ কথাও তেওঁ পৰ্য্যবেক্ষণ কৰিছিল। 'মেকং নৈ দেখিলো' (১৯৬৭) দক্ষিণ-পূব এচিয়াৰ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা পুথি।

## নেপাল

১৯৬৬ খৃঃত সেই সময়ৰ লোকসভাৰ অধ্যক্ষ নীলম সঞ্জীৱ ৰেড্ডীৰ ( বৰ্তমান ৰাষ্ট্ৰপতি ) নেতৃত্বত এটি প্ৰতিনিধি দলে নেপাল ভ্ৰমণ কৰিছিল। হেম বৰুৱা উক্ত প্ৰতিনিধি দলৰ এগৰাকী সদস্য।

## ইংলণ্ড

১৯৬৭ খৃঃত যুক্তৰাজ্য ( U. K. ) চৰকাৰৰ আমন্ত্ৰণক্ৰমে তিনি গৰাকী সংসদী সদস্য লণ্ডনলৈ যায়। হেম বৰুৱা উক্ত দলৰ এগৰাকী অন্যতম সদস্য। প্ৰথমবাৰ আমেৰিকা ভ্ৰমণৰ সময়ত দুদিনমান লণ্ডনত থাকি গৈছিল। দ্বিতীয়বাৰ লণ্ডন ভ্ৰমণৰ সময়ত তেওঁৰ পত্নী অমু বৰুৱাও সহযাত্ৰী আছিল। বৰ্ডচৱৰ্থ আৰু শ্বেক্সপীয়েৰৰ জন্মস্থান, পেৰিচ আৰু জেনেভা চহৰ তেওঁলোকৰ ভ্ৰমণৰ অন্তভু'ক্ত আছিল। অমু বৰুৱাৰ 'সাগৰ দেখিলো' (১৯৬৮) লণ্ডন ভ্ৰমণৰ অভিজ্ঞতাৰে ৰচনা কৰা পুথি।

## টাইৱান

সংসদী সদস্য স্বৰূপে হেম বৰুৱাৰ শেষ বিদেশ ভ্ৰমণ টাইৱান। অতীজত টাইৱানক ফৰমোছা বোলা হৈছিল। টাইৱান আৰু ইয়াৰ আশে-পাশে থকা ঠাই টাইচুঙ, চানমুন লেক প্ৰভৃতি ভালেমান ঠাই ভ্ৰমণ কৰি চাবলগীয়া বস্তুবোৰ চাইছিল। টাইৱান চৰকাৰৰ আমন্ত্ৰণক্ৰমে যোৱা এই ভ্ৰমণত অমু বৰুৱাও তেওঁৰ সহযাত্ৰী। তেওঁৰ এই শেহতীয়া বিদেশ ভ্ৰমণৰ কাহিনীৰে অমু বৰুৱাই ৰচনা কৰিছে 'সূৰ্য্যমুখী' (১৯৭১) নামৰ এখন ভ্ৰমণ কাহিনী।

# সাহিত্য আৰু সাহিত্য ৯

I am glad that you write, nothing ultimately lasts except your writings.

Dr. S. Radhakrishan

সঁচা কথা সংসদী সদস্য হেম বৰুৱাক, ৰাজনীতিবিদ হেম বৰুৱাক, জননেতা হেম বৰুৱাক এদিন হয়তো সময়ে পাহৰি যাব। কিন্তু অসমীয়া সাহিত্যৰ ইতিহাসে, পঢ়ুৱৈ সমাজে, হেম বৰুৱাক কোনোদিনে পাহৰিব নোৱাৰিব।

সাহিত্য সাধনা আৰু ৰাজনীতি চৰ্চা দুয়োটাকে হেম বৰুৱাৰ জীৱনজোৰা সাধনাৰ ফল বুলি একেষাৰতে ক'ব নোৱাৰি। হেম বৰুৱা আন বহুজনৰ দৰে ছাত্ৰ অৱস্থাত ছাত্ৰ সন্মিলনৰ সম্পাদক, স্কুল-কলেজৰ ছাত্ৰ সন্থাৰ সম্পাদকৰ দায়িত্ব লৈ ছাত্ৰ আন্দোলনৰ গুৰি ধৰোতা 'ট্ৰেইন' নেতা নহয়।

সাহিত্য ক্ষেত্ৰতো স্কুল কলেজৰ আলোচনী সম্পাদনা কৰা, গল্প, কবিতা, ৰচনা প্ৰতিযোগিতাত পুৰস্কাৰ লাভ কৰি 'যি মূলা বাঢ়ে তাৰ দুপাততে চিন' আখ্যা লাভ কৰিব পৰা বিধৰ সাহিত্যিক নহয়। বোধহয় সাহিত্য আৰু ৰাজনীতি উভয়ে ক্ষেত্ৰতে তেওঁৰ প্ৰবেশ 'একচিডেণ্ট' বুলি কলে ভুল কোৱা নহব। 'একচিডেণ্ট', হলেও যিদিনাৰে পৰা সাহিত্য ক্ষেত্ৰ আৰু ৰাজনীতিত প্ৰবেশ কৰিলে সিদিনাৰেপৰা সাহিত্য চৰ্চা আৰু ৰাজনীতি চৰ্চা তেওঁৰ বাবে 'জিৰণিৰ মাজুলি নহয়'। সাহিত্য চৰ্চা আৰু ৰাজনীতি চৰ্চাত হেম বৰুৱাৰ দৰে সমানে তাল মিলাই চলিব পৰা ব্যক্তি অসমতে নহয় ভাৰতবৰ্ষৰ ৰাজনীতিবিদৰ মাজতেই বিৰল।

সাহিত্য ক্ষেত্ৰত হেম বৰুৱাৰ প্ৰতিভা বহুমুখী। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা তেৰকুৰি খন। সৰহ ভাগ গ্ৰন্থই সমালোচনা আৰু আলোচনা মূলক। দেশ বিদেশৰ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা তেওঁৰ ভ্ৰমণ কাহিনীসমূহ জনপ্ৰিয় আৰু সুখ পাঠ্য। গল্প ৰচনাৰে সাহিত্যত প্ৰবেশ কৰা হেম বৰুৱাৰ 'কন্নকী' আৰু 'কিউপিড আৰু ছাইকী' দুখন মনোৰম কাহিনী। আধুনিক কবিতাৰ জন্ম লগ্নৰ লগত জড়িত হেম বৰুৱাৰ প্ৰকাশিত কবিতাৰ সংকলন দুখন।

হেম বৰুৱাৰ প্ৰথম প্ৰকাশিত ৰচনা 'হিয়াৰ মিলন' চুটি-গল্প। অষ্টম বছৰ তৃতীয় সংখ্যা আৱাহনত (১৮৫৮ শক, বহাগ, ১৯৩৭) 'হিয়াৰ মিলন' প্ৰকাশৰ সময়ত তেওঁ কলিকতা বিশ্ব-বিদ্যালয়ৰ এম এ মহলাৰ ছাত্ৰ আৰু সম্পূৰ্ণ নাম হেম কান্ত শৰ্মা বৰুৱা। তেওঁৰ দ্বিতীয় গল্পটো মোপাছাৰ 'নেকলেছ' গল্পৰ অসমীয়া অনুবাদ। এই দুটি চুটি গল্প ৰচনাৰ পিছতে তেওঁ গল্প সাহিত্যৰ পৰা চাহ এৰা দিলে।

কটন কলেজত পঢ়া সময়ত কটনিয়ানৰ বাবে ৰচনা লিখি দিয়াৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। ঠাইৰ অভাৱত সেই ৰচনা প্ৰকাশ নহ'ল।

এম এ পৰীক্ষা পাচ কৰি ঘৰতে নিবনুৱা হৈ বহি থকা হেম বৰুৱাই আনৰ দ্বাৰা তিৰস্কৃত হৈ কিদৰে নিজে লিখিবলৈ লৈছিল সেই কথা তেওঁ 'মই লিখো কিয়' প্ৰবন্ধত আভাস দিছে। যি কাৰণতেই নহওক লিখক হেম বৰুৱা জনৰ জন্ম প্ৰকৃততে উচ্চ শিক্ষিত নিবনুৱা বা বেকাৰ এজনৰ মাজেৰেহে। কোনে জানে ডিগ্ৰী লাভৰ পিছত তপতে তপতে চাকৰি লাভ কৰিলে কিজানি লিখক হেম বৰুৱা জনৰ জন্ম ইমান সহজতে নহ'লহেঁতেন। বিশ্ববিদ্যালয়ৰ পৰীক্ষাত সুনাম অৰ্জন কৰা আৰু চাকৰিৰ জখলাত দোপত দোপে উঠি যোৱাতেই একোটিহঁত জীৱন শেষ হোৱাৰ উদাহৰণ বহুতো।

আনহাতে স্কুল কলেজৰ চাৰি সীমাৰ মাজত সম্ভাৱনাৰ ইঙ্গিত দিয়া উদিয়মান বহুতো সাহিত্যিক চৰকাৰী চাকৰিৰ বঙাফিটাৰ মেৰপাকত হেৰাই যোৱা উদাহৰণো কম নহয়। হেম বৰুৱা এই কোনো শ্ৰেণীৰ ভিতৰতে নপৰে। যি কাৰণতেই নহওক যিদিনাৰ পৰা হেম বৰুৱাই হাতত কাপ ললে সিদিনাৰে পৰা অজস্ৰ লিখনিৰে অসমীয়া ভাষা সাহিত্য চহকী কৰি গ'ল।

প্ৰথমতে হেম বৰুৱাই আৱাহনৰ পাততে প্ৰকাশ কৰিছিল এলানি সমালোচনা মূলক প্ৰবন্ধ। 'আধুনিক নাট্য সাহিত্যত ৰিয়েলিজিম আৰু ৰোমান্স' (আৱাহন দশম বছৰ, পঞ্চম সংখ্যা) তেওঁৰ প্ৰথম প্ৰকাশিত প্ৰবন্ধ। ইয়াৰ পিছত সেই বছৰতে প্ৰকাশ হোৱা একে সুৰীয়া প্ৰবন্ধ 'পাৰ্লবাক' (আৱাহন দশম বছৰ, সপ্তম সংখ্যা) 'অসমীয়া সাহিত্যত আধুনিক অনুপ্ৰেৰণা' (আৱাহন দশম বছৰ, নৱম সংখ্যা)। কিন্তু তেওঁ প্ৰথমতে ইংৰাজীত লিখিহে অসমীয়াত ভাঙনি কৰিছিল। ভাঙনি কৰিছিল বুধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'ইংৰাজী অসমীয়া' অভিধানৰ সহায় লৈ। অভিধানখনত Mysticism ৰ অৰ্থ লিখা আছে 'গূঢ় গুপ্ত ৰহস্য'। আৰু হেম বৰুৱায়ো মিষ্টিচিজিমৰ অৰ্থ লিখিছে 'গূঢ় গুপ্ত ৰহস্য'। এই কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। তেওঁৰ পিছৰ জীৱনৰ ৰচনাতো অসমীয়া প্ৰবন্ধৰ মাজত ইংৰাজী গোন্ধ এটা ভালকৈয়ে অনুভূত হৈছিল। 'আৱাহন' আৰু 'বাঁহীত' এই কালছোৱাতে তেওঁৰ ভালেমান সমালোচনামূলক প্ৰবন্ধ প্ৰকাশ হয়। বাঁহীত লিখিবলৈ বাধ্য হৈছিল সহকাৰী সম্পাদক মুনীন বৰকটকীৰ তাগিদাত।

বিয়াল্লিছৰ আন্দোলনত অংশ গ্ৰহণ কৰি কাৰাবৰণ কৰা জাতীয় যুঁজৰ কৰ্ণধাৰসকলৰ সান্নিধ্যলৈ অহাৰ পিছৰে পৰা তেওঁৰ লিখনি জাতীয় ভাৱত উদ্বুদ্ধ হ'ল। জেলৰপৰা ওলাই অহাৰ পিছত 'ইনকিলাব' নামৰ কাকত এখনত তেওঁ অসমৰ শ্বহীদ

সকলৰ বিষয়ে এলানি প্ৰবন্ধ ইংৰাজীত লিখিছিল। 'ইনকিলাব' বিয়াল্লিছৰ আন্দোলনৰ সময়ৰ আত্মগোপনকাৰী সকলৰ সংবাদ পত্ৰ।

'August Revolution in Assam Valley' শীৰ্ষক এটি প্ৰবন্ধ কলিকতাৰ Hindustan Standard, (১৯৪৬, ৬ জানুৱাৰী) প্ৰকাশ হয়। অসমৰ বিয়াল্লিছৰ আন্দোলনৰ এখনি সম্পূৰ্ণ ছবি প্ৰবন্ধটোৰ মাজেৰে প্ৰকাশ পাইছিল। লগতে কুশল কোঁৱৰ 'তিলক ডেকা', 'ভোগেশ্বৰী ফুকননীৰ' মৃত্যুৰ কৰুণ ফটো কেইখন মানো ছপা কৰিছিল। প্ৰবন্ধটো লগে লগে বিভিন্ন ভাষা-ভাষী ভাৰতবৰ্ষৰ ৬০ খন কাকতত প্ৰকাশ হয়। 'আসামেৰ আগষ্ট বিপ্লবেৰ ইতিহাস' শিৰোনামাৰে আনন্দ বাজাৰ পত্ৰিকাতো (২১ শে পৌষ, ১৩৫২) প্ৰকাশ হয়। ইয়াৰ অসমীয়া ভাঙনি 'বিয়াল্লিছৰ গণবিপ্লৱত অসম' প্ৰকাশ হৈছিল 'দৈনিক অসমীয়াত' (১৯৭৬, ৬ এপ্ৰিল)।

ইয়াৰ পিছত তেওঁৰ August Revolution in Assam ( Pub. The Congress Socialist Party p. 35, Rs. 1·00 ) পুথিৰ আকাৰত ছপাকৈ ওলায়। তেওঁৰ 'বিয়াল্লিছৰ গণবিপ্লৱত অসম' গ্ৰন্থ ইংৰাজী গ্ৰন্থ খনৰ অসমীয়া অনুবাদ। অসমীয়া অনুবাদ কৰিছিল দেবকান্ত বৰুৱাৰ পত্নী প্ৰিয়লতা বৰুৱাই।

বিয়াল্লিছৰ আন্দোলন সম্পৰ্কে ৰচনা কৰা প্ৰবন্ধ আৰু পুথি দুখনৰ মাজেৰে হেম বৰুৱা পঢ়ুৱৈ সমাজৰ মাজত সমাদৃত হ'ল। ১৯৪২ খৃঃৰ আগষ্ট মাহত বোম্বেত অনুষ্ঠিত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাৰপৰা অসমৰ বিয়াল্লিছৰ গণবিপ্লৱৰ এটি থূলমূল পৰিচয় দাঙি ধৰিছে। এই সৰু পুথি খনিৰ কম পৰিসৰৰ মাজত তেওঁ কোনো অঞ্চলৰ কথাকে বাদ দিয়া নাই। গণআন্দোলনৰ ছবিখনৰ লগতে বিপ্লৱত মৃত্যু বৰণ কৰা শ্বহীদসকলৰ আলোচনাই পুথিখনিৰ সৌষ্ঠব বঢ়াইছে।

"৫ জন নেতা" ( ১৯৪৭, পৃ ৩৬ ) হেম বৰুৱাৰ পৰিয়ালৰ লোক সকলে ৰচনা কৰা এখনি সৰু জীৱনী গ্ৰন্থ। গ্ৰন্থ খনিত জিতেন্দ্ৰ কুমাৰ বৰুৱাই 'মহাত্মা গান্ধী' প্ৰফুল্ল কুমাৰ বৰুৱাই 'আব্দুল কালাম আজাদ' আৰু জয় প্ৰকাশ নাৰায়ণ, অনুৰূপা বৰুৱাই ( অনু বৰুৱা ) 'সুভাষ চন্দ্ৰ বসু' আৰু হেম বৰুৱাই 'জৱহৰলাল নেহৰুৰ' বিষয়ে লিখিছিল। গ্ৰন্থ খনিৰ লিখক তেওঁৰ ভাতৃ দুজন, পত্নী আৰু প্ৰকাশক ভনীয়েক ভানুমতী বৰুৱা। হেম বৰুৱাৰ তৎপৰতাতে আটাই কেইজনে লিখিবলৈ বাধ্য হৈছিল।

বিভিন্ন আলোচনী আৰু সংবাদ পত্ৰত প্ৰকাশিত তেওঁৰ ইংৰাজী অসমীয়া প্ৰবন্ধৰাজিৰ ধাৰা দুটা। কিছুমান সাহিত্যৰ সমালোচনা বিষয়ক আৰু কিছুমান সংস্কৃতি ৰাজনীতি বিষয়ক। তেওঁৰ প্ৰবন্ধ ৰাজি পাশ্চাত্য সাহিত্যৰ বহল আৰু গভীৰ অধ্যয়নেৰে সমুজ্জ্বল। অসমীয়া সাহিত্যত তুলনা মূলক আলোচনাৰ সূচনা কৰিছিল ডক্টৰ বাণীকান্ত কাকতীয়ে। ডক্টৰ কাকতীৰ প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ বহল অধ্যয়ন আৰু গভীৰ জ্ঞান সৰ্বজন বিদিত। হেম বৰুৱাৰ পাশ্চাত্য সাহিত্যৰ বিস্তৃত অধ্যয়ন আছিল যদিও তাৰ তুলনাত প্ৰাচ্য সাহিত্য আৰু দৰ্শনৰ লগত সম্পৰ্ক কিছু কম। তথাপি তুলনা মূলক বিচাৰ বিশ্লেষণ হেম বৰুৱাৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত প্ৰবন্ধ ৰাজিৰ কেবাটাও সংকলন ইতিমধ্যে প্ৰকাশ পাইছে। অৱশ্যে প্ৰায়খিনি ৰচনাই গ্ৰন্থত ঠাই পাইছে সংশোধিত ৰূপত।

"আধুনিক সাহিত্য' ( ১৯৫০ ) সাতটি প্ৰবন্ধৰ প্ৰথম সংকলন। বিশ্ব সাহিত্যৰ বাৰ্তা বহন কৰা, ৭৫ পৃষ্ঠাৰ এইখন প্ৰথম পুথি। 'সাহিত্য আৰু যুগধৰ্ম' প্ৰবন্ধৰ আলোচনাৰ বিষয় সাহিত্যৰ লগত যুগধৰ্মৰ সম্বন্ধৰ কথা। সাহিত্যৰ ওপৰত ৰাজনীতি,

ফ্ৰয়েডৰ যৌনতত্ব আদিয়ে কিদৰে প্ৰভাব বিস্তাৰ কৰিছে সেই কথা বিশ্লেষণ কৰিছে 'আধুনিক সাহিত্যৰ স্বৰূপ' শীৰ্ষক প্ৰবন্ধত। 'আধুনিক নাট্য সাহিত্য' আলোচনাত নাট্য সাহিত্যৰ পৰিবৰ্তনৰ ধাৰা, ইবচেনৰ ৰিয়েলিজিম, মেটাৰলিঙ্কৰ আইডেলিজিম, চিম্ব-লিজিম, কাব্যিক নাটক আদিৰ কথা চমু অথচ বহল দৃষ্টি ভঙ্গীৰে পাশ্চাত্য নাট্য সাহিত্যৰ পটভূমিত আলোচনা কৰিছে। আধুনিক গল্প সাহিত্যৰ পৰিবৰ্তনৰ ধাৰাৰ কথা আলোচনা কৰিছে 'আধুনিক গল্প সাহিত্য' আলোচনাত। উদ্দেশ্য ধৰ্মী সাহিত্য, 'আৰ্ট আৰু সমাজ' আধুনিক সাহিত্যৰ স্বৰূপ আন আন আলোচনা। এই সৰু পুথি খনি সাম্প্ৰতিক বিশ্ব সাহিত্যৰ পৰিবৰ্তনৰ ধাৰাৰ বাৰ্তা বহন কৰা প্ৰথম পুথি।

"সানমিহলি" (১৯৫৭), 'সাহিত্য আৰু সাহিত্য' (১৯৬২), 'আচুফুল' (১৯৬৪), 'স্মৃতিৰ পাপৰি' (১৯৭০), 'ছিন্নমূল' (১৯৭৩), 'সত্য আৰু অহিংসা: গান্ধীজী' (১৯৭১), আৰু 'তলসৰা' (১৯৭৬) তেওঁৰ সাহিত্যৰ আলোচনা মূলক গ্ৰন্থ। গ্ৰন্থ সমূহৰ সৰহভাগ ৰচনাই আলোচনা মূলক, চিন্তামূলক, গহীন গম্ভীৰ। কিছুমান ৰচনা সংস্কৃতি মূলক আৰু কিছুমান ৰচনাত প্ৰকাশ পাইছে সাময়িক ৰাজনৈতিক সমস্যাৰ কথা। আৰু এচাম ৰচনা ব্যক্তি বিশেষৰ প্ৰতি শ্ৰদ্ধাঞ্জলি বা সোঁৱৰণ জাতীয়। তেওঁৰ উক্ত আলোচনা মূলক গ্ৰন্থৰাজি ঠিক পৰিকল্পিত সংকলন নহয়। সময়ে সময়ে গোট খোৱা আৰু প্ৰকাশকৰ তাগিদাত ছপোৱা সংকলনহে। সেয়েহে সাহিত্যৰ চিন্তামূলক ৰচনাৰ মাজত ফিল্ম আৰু চেন্সৰশ্বিপ, দেশ ৰক্ষাৰ সমস্যা, আনবিক শক্তি, অসমৰ ভাঙনমুখিতা প্ৰভৃতি ভিন্ন সুৰীয়া ৰচনাই ঠাই পাইছে। আকৌ প্ৰতিখন সংকলনতে মহান ব্যক্তিসকলৰ সোঁৱৰণত ৰচনা কৰা আলোচনা সমূহ ঠাই পাইছে। 'আপনি বয়স হৈলে বুদ্ধি হৈবে ভাল' আৰু 'মই লিখো কিয়' হেম বৰুৱাৰ আত্মজীৱনীমূলক

ৰচনা। 'কুকুৰ', 'বুঢ়ী আইতা' জাতীয় ৰচনা এনেবোৰ গহীন সংকলনত ঠাই নাপালে ভাল আছিল।

'সানমিহলি' ১৭৫ পৃষ্ঠাৰ এখনি ১৫ টি প্ৰবন্ধৰ সংকলন। 'সানমিহলি'ৰ ৰচনাৰাজি বিবিধ বিষয়ৰ। লিখকৰ কথাৰে কবলৈ হলে 'বিষয় বস্তুৰ লাগ বান্ধ নাই। ৰাজনীতিত সংস্কৃতিয়ে, যৌন বুৰঞ্জীৰ গাত নাটঘৰে, বিহু উছৱৰ গাত সামাজিক প্ৰগতিয়ে গা ঘেঁহাই খেলিমেলিৰ সৃষ্টি কৰিছে।" গ্ৰন্থখনিৰ সৰহ ভাগ ৰচনাই সংস্কৃতি বিষয়ক। তেওঁৰ প্ৰথম বিদেশ ভ্ৰমণৰ সোঁৱৰণীৰে লিখিছে 'ব্ৰহ্মদেশৰ নাট ঘৰ' আৰু 'সোণ বৰণীয়া দেশ ব্ৰহ্মদেশৰ জিলিমিলি'। লিখকৰ প্ৰিয়নেতা গোপীনাথ বৰদলৈৰ বিষয়ে লিখা প্ৰবন্ধটো ব্যক্তিত্ব আৰু সান্নিধ্যৰ মধুৰ সোঁৱৰণ। একেসুৰীয়া আন দুটি প্ৰবন্ধ 'জৰ্জ বাৰ্ণাৰ্ড শ্ব' আৰু 'ডক্টৰ এলবাৰ্ট আইনষ্টাইন'।

'সাহিত্য আৰু সাহিত্য' ১৩৯ পৃষ্ঠাৰ বাৰটা প্ৰবন্ধৰ সংকলন। পুথিখনি কিছু পৰিমাণে পৰিকল্পিত আৰু 'আধুনিক' সাহিত্য'ৰ দৰে ৰচনাসমূহ একে বিষয়ৰ। গ্ৰন্থখনৰ ভালেখিনি ৰচনা ৰোমান্টিক কবিতাৰ ওপৰত কৰা আলোচনা। অসমীয়া সাহিত্যত প্ৰতীক বাদ, পাশ্চাত্য প্ৰভাৱ, কাহিনী গীত, বৰ্ষা, ভাওনা সাহিত্য আৰু ৰোমান্টিক সাহিত্য সুচিন্তিত প্ৰবন্ধ। প্ৰতীকবাদ আৰু কাহিনী গীত প্ৰবন্ধত প্ৰাচীন যুগৰপৰা সাম্প্ৰতিক যুগলৈকে আলোচনা কৰিছে। পাশ্চাত্য সাহিত্যৰ দুজন প্ৰখ্যাত কবি আৰু কাহিনীকাৰ টি এছ ইলিয়ট আৰু জৰ্জ অৰ-ৱেলৰ পৰিচয় দাঙি ধৰা প্ৰবন্ধ দুটি উচ্চ পৰ্য্যায়ৰ ৰচনা। গ্ৰন্থখনিৰ আন এটি সুচিন্তিত প্ৰবন্ধ 'ভাৰতীয় পটভূমি সাহিত্য সৃষ্টিৰ সমস্যা'। শঙ্কৰী যুগৰপৰা সাম্প্ৰতিক যুগলৈকে প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যৰ তুলনামূলক আলোচনাৰ মাজত হেম বৰুৱাৰ গভীৰ জ্ঞান, বহল অধ্যয়ন, মৌলিক চিন্তা আৰু বিশ্লেষ-

নাত্মক দৃষ্টিভঙ্গীৰ পৰিচয় পোৱা যায়।

'আচুফুল' ১৪১ পৃষ্ঠাৰ ১৪ টি প্ৰবন্ধৰ সংকলন। আচুফুলৰ প্ৰথম আঁঠোতা প্ৰবন্ধ সামাজিক লক্ষ্য আগত ৰাখি ৰচনা কৰা প্ৰবন্ধ। যুগধৰ্মৰ কথা, শান্তি অহিংসা, দেশৰক্ষাৰ সমস্যা, কিন্তু আৰু চেঞ্চৰচিপ এই চাম ৰচনাৰ প্ৰধান উপজীব্য। শেষৰ চাৰিটা প্ৰবন্ধ 'এটুপি চকুলো' জৱহৰলাল নেহৰুৰ ব্যক্তিত্ব প্ৰতিভা আৰু তেওঁৰ লগত থকা নিবিড় আৰু মধুৰ সান্নিধ্যৰ স্মৃতি ৰোমন্থন। এই চাৰিটা প্ৰবন্ধৰ মাজেৰে হেম বৰুৱাৰ দৃষ্টিৰ নেহৰুজন সুন্দৰ ভাবে ফুটি ওলাইছে। যদিও হেম বৰুৱা এজন বিৰোধীদলৰ আগশাৰীৰ নেতা কিন্তু তেওঁৰ নেহৰুৰ প্ৰতি আছিল সহৃদয়ভাব। বাকী দুটা প্ৰবন্ধ আত্মজীৱনীমূলক।

'স্মৃতিৰ পাপৰি' ২০৮ পৃষ্ঠাৰ একুৰি তিনিটা প্ৰবন্ধৰ সংকলন। ইয়াৰে সাহিত্য বিষয়ৰ প্ৰবন্ধ এঘাৰটা। আৰু সৰহ ভাগৰে আলোচনাৰ বিষয় কবিতা। সাম্প্ৰতিক কবিতা শীৰ্ষক আলোচনাত মুক্তক ছন্দৰ কবিতা আন্দোলনৰ চমু পৰিচয় দিবলৈ যত্ন কৰিছে। দুটা প্ৰবন্ধৰ আলোচ্য বিষয় বেজবৰুৱা আৰু ৰায়চৌধুৰীৰ কবিতা। সাহিত্যত অশ্লীলতা সম্পৰ্কে আলোচনা কৰিছে অশ্লীল সাহিত্য প্ৰবন্ধত। আধুনিক চুটি গল্প আৰু গল্প সাহিত্যৰ ভৱিষ্যত প্ৰবন্ধত চুটি গল্প সম্পৰ্কে আলোচনা কৰিছে। 'স্মৃতিৰ পাপৰি'ত সংস্কৃতি বিষয়ক প্ৰবন্ধ দুটামানো আছে। 'আচুফুল' আৰু 'সানমিহলি' গ্ৰন্থত সংস্কৃতি বিষয়ৰ ৰচনাৰ সংখ্যা সৰহ। যুগ ধৰ্মৰ লগত সময়ে সময়ে হোৱা সংস্কৃতিৰ সংঘাতৰ কথা তিনিও খন পুথিতে আলোচনা কৰিছে। 'কাৰাগাৰৰ জীৱন', 'বুঢ়ী আইতা', 'সন্ন্যাসী', 'মই লিখো কিয়' প্ৰবন্ধ কেইটি তেওঁৰ ব্যক্তিগত জীৱনৰ স্মৃতি ৰোমন্থন।

'সত্য আৰু অহিংসা : গান্ধীজী' ১৪৪ পৃষ্ঠাৰ বাৰটি প্ৰবন্ধৰ সংকলন। গ্ৰন্থখনৰ আটাইকেইটি প্ৰবন্ধৰে আলোচনাৰ বিষয় মহা-

মানৱ গান্ধীজী। ডেকাকালত গান্ধীজী প্ৰতি তেওঁৰ কোনোধৰণৰ আকৰ্ষণ নাছিল বৰং গান্ধীৰ তুলনাত তেওঁৰ মানত মাক্সৰ স্থান বহু উচ্চত। কিন্তু কাৰাগাৰৰ মাজত গান্ধীজীৰ পঠন পঠনে তেওঁৰ মনৰ দিগন্ত প্ৰসাৰিত হ'ল। পুথি খনিত বিভিন্ন ধৰ্ম আৰু দৰ্শনৰ প্ৰতি থকা গান্ধীজীৰ আনুগত্য আৰু গভীৰ জ্ঞানৰ চমু আভাস দিব বিচাৰিছে। সত্য, সৌন্দৰ্য, নাৰী, শিক্ষা আদিৰ প্ৰতি থকা গান্ধীজীৰ নিজস্ব ধ্যান ধাৰণাৰ আলোচনাই পুথি খনিৰ সৌষ্ঠৱ বঢ়াইছে।

'ছিন্নমূল' ১০৮ পৃষ্ঠাৰ বাৰটা প্ৰবন্ধৰ সংকলন। এইখন সংকলনৰো ভালেমান ৰচনা সাহিত্য সংস্কৃতি বিষয়ৰ আৰু কিছু-মান ৰচনাৰ বিষয়-বস্তু সাময়িক সমস্যাৰ কথা। 'শিল্পপ্ৰাণ চন্দ্ৰ ফুকন', 'অতীন্দ্ৰীয়বাদী ৰবীন্দ্ৰনাথ', 'বিপ্লৱী গান্ধীজী' এই তিনিটা সোৱঁৰণ জাতীয় প্ৰবন্ধ।

'তলসৰা' ৫৬ পৃষ্ঠাৰ ৮ টা প্ৰবন্ধৰ শেষতীয়া সংকলন। তলসৰাৰ কিছুমান ৰচনা সংস্কৃতি বিষয়ৰ আৰু কেইটামান ৰচনা ৰাষ্ট্ৰীয় সমস্যা, বিপ্লৱ, অসমৰ ভাঙনমুখীতা প্ৰভৃতি ভিন্নসুৰীয়া। বিষয়-বস্তু বহুমুখীতা তেওঁৰ শেষতীয়া গ্ৰন্থ দুখনিত পৰিলক্ষিত হয়। সাময়িক আৰু ব্যৱহাৰিক সমালোচনাৰ মাজতে ৰচনা সমূহৰ স্বকীয় সৌন্দৰ্য প্ৰকাশ পাইছে। তেওঁৰ ভালেমান ৰচনা উক্তি আৰু উদ্ধৃতিৰে ভাৰাক্ৰান্ত আখ্যা দিয়া হয়। অৱশ্যে তেওঁৰ ৰচনাৰ উক্তি উদ্ধৃতি সকলো সময়তে প্ৰযোজ্য নহয়। হয়তো পাশ্চাত্য সাহিত্যৰ বিস্তৃত আৰু একনিষ্ঠ অধ্যয়নৰ বাবে লিখকৰ অজানিতে এনেধৰণৰ উক্তি উদ্ধৃতিৰ অনুপ্ৰবেশ ঘটিছে। পাশ্চাত্য সাহিত্যৰ তুলনাত প্ৰাচ্য সাহিত্যৰ উক্তি উদ্ধৃতিৰ সংখ্যা তেনেই কম।

হেম বৰুৱাৰ প্ৰবন্ধৰ ভাষা সহজ সৰল। বাকভঙ্গীৰ জটিলতা নাই আৰু ভাবোচ্ছাসৰ জটিলতাৰে ভাৰাক্ৰান্তও নহয়। প্ৰকাশ

ভঙ্গীৰ সৰলভাৱে একোটা নিটোল ৰূপত যিকোনো বিষয়ৰ আলোচনাকে উপস্থাপন কৰিবলৈ যত্ন কৰিছে।

সংকলন সমূহৰ ভালেমান ৰচনা চোতে খৰমাৰি সম্পাদকৰ তাগিদাত ৰচনা কৰা। পৰিকল্পিতভাৱে ৰচনা কৰা প্ৰবন্ধ নহয়। সেইবাবে কোনো বিষয়ৰ বিষয় বস্তুৰ গভীৰতালৈ প্ৰবেশ কৰাৰ সময় আৰু প্ৰস্তুতি দুয়োটাৰে অভাৱ। হেম বৰুৱাৰ প্ৰকাশ ভঙ্গী আকৰ্ষণীয় আৰু গদ্য ৰীতিৰ (style) এটা নিজস্ব বৈশিষ্ট্য আছে। তেওঁৰ গদ্য ৰচনাত এটি কাব্যিক সুৰ পৰিলক্ষিত হয়। সেয়েহে হেম বৰুৱাৰ যিকোনো বিষয়ৰ প্ৰবন্ধই সুখপাঠ্য।

হেম বৰুৱাৰ সৰহ ভাগ আলোচনা গ্ৰন্থ পূৰ্ব প্ৰকাশিত প্ৰবন্ধৰ সংকলন। আৰু সৰহ ভাগেই পৰিকল্পিত ভাবে ৰচনা কৰা পুথি নহয়। কিন্তু তেওঁৰ ‘এই গাওঁ এই গীত’ (১৯৬১) আৰু ‘বহাগতে পাতি যাও বিয়া’ (১৯৬৯) পৰিকল্পিতভাৱে ৰচনা কৰা পুথি। ‘এই গাওঁ এই গীত’ হেম বৰুৱাৰ ‘Folk Songs of India’ (১৯৬৩) পুথিৰ আধাৰত ৰচনা কৰা গ্ৰন্থ। ‘এই গাওঁ এই গীত’ ভাৰতীয় লোকগীত সম্পৰ্কে ৰচনা কৰা পুথি। জন সাধাৰণৰ অনুভূতি জগোৱা সহজ সৰল লোকগীত ভাৰতীয় সংস্কৃতিৰ মূল সম্পদ। এই গীত বাজি ভাগ কৰিছে বিভিন্ন ভাগত—প্ৰকৃতি গীত প্ৰণয় গীত, বিবাহ জীৱনৰ গীত, শিশু জীৱনৰ গীত, শ্ৰম জীৱনৰ গীত। গীতবোৰৰ মাজত থকা সৰ্বভাৰতীয় সংহতি আৰু ঐক্যৰ আলোচনাৰ কথা প্ৰকাশ পাইছে। ভাৰতীয় গীতমাতৰ লগত বিশ্বৰ গীতমাতৰ আলোচনা পুথি খনিৰ অন্যতম বৈশিষ্ট্য।

‘বহাগতে পাতি যাওঁ বিয়া’ যুৰীয়া বা দাম্পত্য জীৱন সম্পৰ্কে ৰচনা কৰা পুথি। পুথি খনিৰ পাতনিত লিখিছে ‘বহাগতে পাতি যাওঁ বিয়া’ কিতাপখনত উচপ খাবলগীয়া অশ্লীল কথা নাই। কিতাপ খনত সমাজ বুৰঞ্জীৰ পটভূমিত মানুহৰ যৌন জীৱন আৰু বিবাহ অনুষ্ঠান এই দুটা বস্তুক যুৰীয়াভাৱে বিশ্লেষণ কৰি চাবলৈ যত্ন

কৰা হৈছে। যৌনতত্ত্ব মূলক দুই চাৰিখন কিতাপ আমাৰ ভাষা-তেই কেৱল নহয় ভাৰতীয় প্ৰান্তীয় ভাষাতো আছে। দুখৰ কথা সমাজ বুৰঞ্জীৰ দৃষ্টিকোণৰ পৰা বিবাহ আৰু যৌন জীৱন এই দুটা বস্তুক পৰীক্ষা কৰি চোৱা কিতাপ ভাৰতীয় কোনো প্ৰান্তীয় ভাষাত নাই।' 'যুৱীয়া জীৱন, বহু বিবাহ, নাৰীৰ স্থান, যৌন ধাৰণা, বাল্য বিবাহ' আদি প্ৰবন্ধৰ মাজেৰে যৌন জীৱন সম্পৰ্কে আলোচনা কৰিছে। যৌন বিজ্ঞান সম্পৰ্কীয় পুথি আমাৰ ভাষাত দুই চাৰিখন আছে যদিও বিবাহ বিষয়ক পুথি এইখনেই প্ৰথম।

'পছোৱা' হেম বৰুৱাৰ সম্পাদনাত প্ৰকাশ হোৱা এখন মাহেকীয়া আলোচনী। ১৯৪৮ খৃঃৰ জুন মাহৰ পৰা ১৯৪৯ খৃঃৰ মে' মাহলৈ আলোচনী খনিৰ আয়ুস কাল এবছৰ যদিও বছৰটোৰ ভিতৰত প্ৰকাশ হয় দহটি সংখ্যা। নৱম সংখ্যাটো বছৰেকীয়া ৰঙালী বিহু সংখ্যা বছৰেকীয়া সংখ্যাটোত পৃষ্ঠাৰ নম্বৰ দিয়া নাই। পিছৰ সংখ্যাটোত কোনো ঠাইত দশম আৰু কোনো কোনো ঠাইত দ্বাদশ বুলি লিখা আছে। ইয়াতে এবছৰ পূৰ হৈ আলোচনী খনে মৃত্যু বৰণ কৰিছে। আলোচনী খনৰ বিষয় বস্তুবোৰ 'আলোচনা, ৰাজনীতি বিজ্ঞানৰ কথা, কবিতা, গল্প, ভাঙনি, ৰঙিয়াল ঘৰ আৰু পুথি আলোচনা' এই কেইটি শিতানত বিষয় অনুসৰি ভাগ কৰা হৈছে। ৰাজনীতি শিতানত সাম্প্ৰতিক ৰাজনৈতিক আলোচনা, আলোচনী শিতানত সাহিত্য বিষয়ক আলোচনা আৰু পুথি আলোচনাত একোখন জনপ্ৰিয় গ্ৰন্থৰ মুকলি আলোচনা আৰু বিজ্ঞানৰ কথাত বিজ্ঞান বিষয়ক প্ৰবন্ধই ঠাই পাইছে। ৰঙিয়াল ঘৰ শিতানত সংস্কৃতি বিষয়ক প্ৰবন্ধ বা কেতিয়াবা একোখন নাটক প্ৰকাশ কৰা হৈছিল। আলোচনী খনিৰ আকৰ্ষণীয় শিতান 'ভাঙনি'। 'ভাঙনি' শিতানত প্ৰকাশ পাইছিল বিশ্বৰ বৰেণ্য সাহিত্যিক সকলৰ ভালেমান প্ৰবন্ধৰ অসমীয়া অনুবাদ। এই শিতানত হেম বৰুৱাৰ নিজৰ অনুদিত প্ৰবন্ধৰ সংখ্যাই সৰহ। আলোচনী খনৰ বাবে

ভাল প্ৰবন্ধৰ অভাৱৰ কথা কওঁতে হেনো ডক্টৰ বাণী কান্ত কাকতিয়ে ভাল ইংৰাজী লিখকৰ প্ৰবন্ধ অনুবাদ কৰি প্ৰকাশ কৰিবলৈ উপদেশ দিছিল। ভাঙনি কৰি 'পছোৱা'ত প্ৰকাশ কৰা হেম বৰুৱাৰ প্ৰবন্ধবোৰৰ সংকলন 'পছোৱাৰ ৰেঙনি।' পছোৱাত কোনো সম্পাদকীয় শিতান নাছিল। সম্পাদকীয় শিতান নথকাৰ কাৰণ হৈছে 'সম্পাদকীয় বস্তুটো হৈছে একোজন ব্যক্তি বা একোটা গোষ্ঠীৰ দৃষ্টিভঙ্গী।'

প্ৰগতিশীল সাহিত্য সৃষ্টিত 'পছোৱা' আলোচনীৰ বৰঙণি অনন্য। সাম্প্ৰতিক যুগৰ ভালেকেইজন লব্ধপ্ৰতিষ্ঠ কবি সাহিত্যিকৰ জন্ম আৰু বিকাশ পছোৱা আলোচনীৰ জৰিয়তে। জয়ন্তীৰ পিছতে আধুনিক কবিতাৰ জয়যাত্ৰা সূচনা 'পছোৱা' আলোচনীৰ পাততে। ৰামধেনুৰ জন্ম ইয়াৰ পিছত। অকালতে মৃত্যু বৰণ কৰিলেও পছোৱা আলোচনীখনে নতুনৰ বাৰ্তা বহন কৰিব পাৰিছিল।

পছোৱাৰ পৰা সংকলন কৰা 'পছোৱাৰ ৰেঙনি'ৰ (১৯৬৯) প্ৰবন্ধবোৰত হেম বৰুৱাৰ নাম নাছিল। পছোৱাত সঞ্জয় বৰা, স্বৰ্ণ বৰুৱা ছদ্ম নামত তেওঁ কেবাটাও কবিতা ৰচনা কৰিছিল। মুলক ৰাজ আনন্দ, জৱাহৰলাল নেহৰু, ড়েনিচ এডৱাৰ্ড, কিং ডন ৱাৰ্ড জীন হাৱাৰ্ট, ছেলমা ত্ৰম, বাৰট্ৰাণ্ড ৰাছেল, এ বাৰ্ণছ, চিচিল ডে লুইচ, হৰপ্ৰসাদ শাস্ত্ৰী প্ৰভৃতি প্ৰথিতযশা লিখকৰ ৰচনাৰ ভাঙনিৰে পছোৱাৰ ৰেঙনি সংকলন কৰা হৈছে।

'কন্নকী' (১৯৬০) আৰু 'কিউপিড আৰু ছাইকী' (১৯৫৯) হেম বৰুৱাই ৰচনা কৰা দুখন মনোৰম কাহিনী। জে বি কলেজত অধ্যাপনা কৰা কালছোৱাতে সন্দিকৈৰ নিৰ্দেশত 'কন্নকী' ৰচনা কৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। কন্নকী আৰু কভালানৰ মধুৰ দাম্পত্য প্ৰণয়ৰ চিত্ৰ এখন প্ৰকাশ পাইছে বিখ্যাত তামিল কাব্য 'শিল্প দিকৰম'ত। এ এছ পঞ্চ পেকছ আয়াৰৰ 'কন্নকী এণ্ড কভালান' উক্ত কাহিনীৰ আধাৰত ৰচনা কৰা ইংৰাজী গ্ৰন্থ। এই

ইংৰাজী গ্ৰন্থ খনৰে আধাৰত ৰচনা কৰিছে 'কন্নকীৰ কাহিনী।' আবাহনত দ্বাদশ বছৰ দশম সংখ্যাৰ (১৮৬৩ শক ১৯৪১) ৰ পৰা ত্ৰয়োদশ বছৰ ষষ্ঠ সংখ্যালৈকে ধাৰাবাহিক ভাবে কন্নকী প্ৰকাশ হয়। পুথি খনিত হেম বৰুৱাই মনোৰম ভাষাত বৰ্ণনা কৰিছে কন্নকী আৰু কভালানৰ দাম্পত্য প্ৰণয়ৰ মধুৰ ছবি এখনি। মাজ ভাগতে নায়ক কভালানৰ জীৱনলৈ আহিলে আন এগৰাকী নৃত্য পটিয়সী ৰমণী মাধবী। অনিন্দ্য সুন্দৰী মাধবীৰ আগমণে কভালানৰ হৃদয় তন্ত্ৰীত তুলিলে আন এক প্ৰণয়ৰ শিহৰণ। আনহাতে কভালান কন্নকীৰ সুধাসনা প্ৰেম প্ৰীতিত আহি পৰিল বিচ্ছেদৰ কালিমা। এপিনে মাধবীৰ লেখিয়া নৰ্তকী প্ৰিয়াৰ মোহজাল আৰু কন্নকীৰ নিচিনা ন্যায়পৰায়ণা ভাৰ্যাৰ সহজ আকৰ্ষণ—এই মানসিক অন্তৰ্দ্বন্দ্বৰ মাজতে কভালানৰ মনত উদয় হ'ল 'কন্নকী সচাঁকৈয়ে প্ৰকৃত সহধৰ্মিনী।' কন্নকী কভালানৰ পুনৰ মিলন হ'ল যদিও সেই মিলন স্থায়ী নহ'ল। কভালানক ৰজাই অন্যায় ভাবে দিলে মৃত্যুদণ্ড. সময়ত কন্নকীৰ অভিশাপত মাতুৰা নগৰী হ'ল ভস্মীভূত। ৯৮ পৃষ্ঠাৰ এই সৰু পুথি খনিত কন্নকী কভালানৰ এই কাহিনী উপন্যাসৰ নিচিনাকৈ মনোৰম ভাষাৰে বৰ্ণনা কৰিছে।

'কিউপিড আৰু ছাইকী' (১৯৫৯) আন এখন ১০৪ পৃষ্ঠাৰ মনোৰম কাহিনী। নু ম্যানৰ 'এমৰ এণ্ড ছাইকী' বোলা কিতাপ খনৰ সহজ সৰল অসমীয়া ৰূপান্তৰ 'কিউপিড আৰু ছাইকী'। প্ৰেমৰ দেৱতা কামদেৱৰ কাহিনীৰ নিচিনা গ্ৰীচ দেশৰ জনপ্ৰিয় কাহিনী কিউপিড আৰু ছাইকী। মৰতৰ মানুহৰ ৰূপ গুণৰ শ্ৰেষ্ঠতাই চিৰকালেই সৰগৰ দেৱতাৰ হাতত লাঞ্চিত হব লগা হয়। অতুলনীয় সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেবী ছাইকীৰ ক্ষেত্ৰতো ৰূপকুঁৱৰী ভেনাচৰ হাতত সেয়ে ঘটিল। মাতৃৰ আদেশ শিৰোধাৰ্য কৰি ছাইকীৰ ওপৰত প্ৰতিশোধ লবলৈ আহি কিউপিড নিজেই ছাইকীৰ প্ৰণয়ত আসক্ত হ'ল। এই প্ৰণয়ৰ পথত দেখা

দিয়া অঘৈয়াছলৰ কথাৰে পুথি খনি ৰচনা কৰিছে। পুথি খনিৰ ভাষা-প্ৰকাশ ভঙ্গী প্ৰাঞ্জল, সহজ সৰল। পুথিখনি গ্ৰীক কাহিনীৰ আলমত ৰচনা কৰা যদিও অসমীয়া জাতীয় চৰিত্ৰৰ চিত্ৰ স্পষ্ট। হিয়াৰ মিলন চুটি গল্পৰ মাজেৰে সাহিত্যত প্ৰৱেশ কৰা হেম বৰুৱাই 'কন্নকী' আৰু 'কিউপিড আৰু ছাইকী'ৰ মাজেৰে কথা সাহিত্যত তেওঁৰ দক্ষতাৰ চিনাকি দিব পাৰিছে।

'ডাক পখিলী' (১৯৬৮) ৯৭ পৃষ্ঠাৰ এখাৰ খন চিঠিৰ সংকলন। বিশ্বসাহিত্যৰ বুৰঞ্জীত পত্ৰ সাহিত্য উল্লেখযোগ্য বিভাগ। হেম বৰুৱাৰ ডাক পখিলী তেনে পুথি নহয় বা পাণ্ডিত্যৰ অভিব্যঞ্জনা নাই যদিও ওৰেটো জীৱন জুৰি চকুৰ আগত বা মনৰ পটত ধৰা দিয়া কথাবোৰৰ সমষ্টিয়ে 'ডাক পখিলী'। সৰহ ভাগ চিঠিয়ে সংসদী সদস্য থকা কালছোৱাৰ অৰ্থাৎ ১৯৬৪ খৃঃৰ পৰা ১৯৬৮ খৃঃলৈ 'অসম বাতৰি'ৰ সম্পাদকলৈ লিখা চিঠি। চিঠিবোৰ গতানুগতিক নহয়; চিঠিবোৰৰ অন্তৰালত প্ৰকাশ পাইছে লিখকৰ গভীৰ অধ্যয়ন আৰু সমাজ সচেতন মনৰ পৰিচয়। ভালেকেইখন চিঠি সংসদৰ কাৰ্যকলাপৰ কথা আৰু অতীত ৰোমন্থন প্ৰকাশ পাইছে। তেওঁৰ জীৱনৰ সৰু সুৰা দুই এটা ঘটনা, কিতাপ লিখা প্ৰবন্ধ লিখাৰ পটভূমি আৰু দুই এটি মনোৰম কাহিনীৰে চিঠিসমূহ সমুজ্জ্বল। দুখনমান চিঠিত সাহিত্য আৰু বিহুৰ কথা আলোচনা কৰিছে। বিষয়বস্তু যিয়েই নহওক লাগিলে চিঠিসমূহ সাহিত্য প্ৰীতিৰ উজ্বল নিদৰ্শন।

হেম বৰুৱাই বহুবাৰ বিদেশ ভ্ৰমণ কৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। এই বিদেশ ভ্ৰমণৰ অভিজ্ঞতাৰে ৰচনা কৰা তেওঁৰ 'ভ্ৰমণ কাহিনী'সমূহ অসমীয়া সাহিত্যৰ মনোৰম ৰচনা। তেওঁৰ এই শ্ৰেণীৰ ৰচনা সমূহে অসমীয়া ভ্ৰমণ সাহিত্যৰ এক স্বকীয়া মৰ্যদা দান কৰিছে। তেওঁৰ ভ্ৰমণ কাহিনীসমূহ গতানুগতিক ভ্ৰমণ কাহিনী নহয়। যিখন দেশলৈকে গৈছে সন্ধানী

দৃষ্টিৰে সেইখন দেশৰ অতীত ঐতিহ্যৰ পৰা লিখা, সংস্কৃতি, ৰাজনীতিৰ চমু খতিয়ান দিবলৈ যত্ন কৰিছে। ভ্ৰমণ কাহিনী সমূহৰ প্ৰকাশভঙ্গী সহজ সৰল আৰু তথ্য বহুল। প্ৰকাশভঙ্গী সহজ সৰল অথচ মনোৰম, ঘটনা সংযোগৰ কৌশল অপূৰ্ব। ঠায়ে ঠায়ে নানা তবহৰ উদ্ধৃতিৰে জুমুৰি দি ধৰে যদিও ভাৰাক্ৰান্ত নহয়।

তেওঁৰ প্ৰথম ভ্ৰমণ আখ্যান 'ব্ৰহ্মদেশৰ নাটঘৰ ৰামায়ণ আখ্যান' আৰু 'সোণ বৰণীয়া দেশ' ব্ৰহ্মদেশৰ জিলিমিলি'। 'সানমিহলি'ত সন্নিবিষ্ট উক্ত ভ্ৰমণ আখ্যান ঠিক ভ্ৰমণ আখ্যান হিচাপে ৰচনা কৰা হোৱা নাই। প্ৰবন্ধ দুটাত ব্ৰহ্মদেশৰ কলা কৃষ্টিৰ কথা চমুকৈ আলোচনা কৰিছে।

'সাগৰ দেখিছা' (১৯৫৪) ২১০ পৃষ্ঠাৰ আমেৰিকা যুক্তৰাজ্য ভ্ৰমণৰ অভিজ্ঞতাৰে ৰচনা কৰা মনোৰম ভ্ৰমণ কাহিনী। আঢ়ৈমাহ ধৰি ভ্ৰমণ কৰা কালত তেওঁ যুক্তৰাজ্যৰ প্ৰধান চহৰসমূহ চাৰি চুক মাৰি ভ্ৰমণ কৰিবলৈ যত্ন কৰিছিল। তেওঁ ভ্ৰমণ কাহিনী খনত লছ্ এঞ্জেলছ্ প্ৰভৃতি অত্যাধুনিক চহৰৰ জাক জমকতাৰ কথা যিদৰে বৰ্ণনা কৰিছে, সেইদৰে যুক্তৰাজ্যত নিগ্ৰোসকলৰ প্ৰতি থকা বৰ্ণবৈষম্য নীতিৰ কথাও বৰ্ণনা কৰিছে। বিভিন্ন বিশ্ববিদ্যালয় আৰু শিক্ষানুষ্ঠানত তেওঁ নানান বক্তৃতা শুনিছিল আৰু নিজেও ভাষণ দিছিল। সেই সকলোবোৰ কথাৰ ৰসাল বৰ্ণনা আছে। সাগৰ দেখিছাৰ মাজে মাজে কবি হেম বৰুৱা জন ভুমুকি মাৰিছে। 'সাগৰৰ দেখিছা'ৰ ভাষা সাৱলীল আৰু কাব্যিক। প্ৰকাশ ভঙ্গীও মনোৰম। ভ্ৰমণ কাহিনী যে মনোৰম সুখপাঠ্য আৰু উচ্চ পৰ্যায়ৰ, উপাদেয় সাহিত্য হব পাৰে 'সাগৰ দেখিছা' ইয়াৰ উজ্জল নিদৰ্শন। তেওঁৰ ভ্ৰমণ কাহিনী সমূহ আকৰ্ষণীয় হোৱাৰ আন এটি বৈশিষ্ট্য, তেওঁৰ দৃষ্টি উদাৰ।

'ৰঙাকৰবীৰ ফুল' (১৯৫৯) ৮৮ পৃষ্ঠাৰ ৰুচ দেশ ভ্ৰমণ

অভিজ্ঞতাৰে ৰচনা কৰা ভ্ৰমণ কাহিনী। পুথিখনিত তেওঁ ৰুচ দেশৰ শিক্ষা, দীক্ষা কলা সংস্কৃতি, অৰ্থনৈতিক অৱস্থা, জীৱন ধাৰণৰ সমস্যা আদি নানান দিশৰ সম্যক পৰিচয় দিব বিচাৰিছে। পুথিখনিত তেওঁ ৰুচদেশৰ গণজীৱনৰ গভীৰতালৈ প্ৰৱেশ কৰিবলৈ যত্ন কৰিছে। সাম্যবাদী ৰুচদেশৰ মানুহৰ মাজত থকা বৈষম্যসমূহৰ কথা তেওঁ নিৰ্ভিক ভাৱে প্ৰকাশ কৰিছে। তেওঁৰ ভ্ৰমণ অভিজ্ঞতাৰ বৰ্ণনা পোনপটীয়া, আনৰ খিৰিকীৰে উপলব্ধি কৰা বিধৰ নহয়। তেওঁৰ পুথিখনত ৰুচ দেশৰ অতীত ঐতিহ্য সমূহৰ প্ৰতিও অকুণ্ঠ শ্ৰদ্ধা প্ৰদৰ্শন কৰা হৈছে। মাজে মাজে ৰুচ দেশৰ পটভূমিত নিজ দেশখনৰ কথাও স্থুৰঁৰি চাবলৈ যত্ন কৰিছে। এইখন ভ্ৰমণ কাহিনীতো মাজে মাজে ভুমুকি মাৰিছে কবি হেম বৰুৱা জন।

'ইজৰাইল' (১৯৬১) ১৩৫ পৃষ্ঠাৰ সেইদেশ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা ভ্ৰমণ কাহিনী। ১৯৪৮ খৃঃৰ ১৪ মে'ত জন্ম লাভ কৰা স্বাধীন ৰাষ্ট্ৰখনে কিদৰে কঠোৰ শ্ৰম আৰু ত্যাগ কৰি কম সময়ৰ ভিতৰতে নিজ দেশখন গঢ় দিবলৈ উঠি পৰি লাগিছিল চাক্ষুষদ্ৰষ্টা হেম বৰুৱাই তেওঁৰ সেই ৰসাল আৰু মনোগ্ৰাহী বৰ্ণনাৰে পুথিখন ৰচনা কৰিছে। এইখন ভ্ৰমণ কাহিনী তথ্য বহুল। ইজৰাইলৰ ৰাজনৈতিক সাংস্কৃতিক আদি বিভিন্ন দিশৰ কথা উল্লেখ কৰিবলৈ পাহৰা নাই।

হেম বৰুৱাৰ চতুৰ্থ ভ্ৰমণ কাহিনী 'মেকং নৈ দেখিলো' (১৯৬৭) ১৫৭ পৃষ্ঠৰ দক্ষিণ পূব এচিয়াৰ পাঁচখন দেশ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা পুথি। পাশ্চাত্য দেশ সম্পৰ্কে আমাৰ অভিজ্ঞতা যিমান বেছি প্ৰাচ্যৰ দক্ষিণ পূব এচিয়াৰ দেশ সম্পৰ্কে অভিজ্ঞতা সিমান কম। চতুৰ্থ ভ্ৰমণ কাহিনীখনত উক্ত দেশ সমূহৰ থুলমূল আভাস দিব পাৰিছে। তেওঁৰ আন আন ভ্ৰমণ কাহিনীৰ তুলনাত শেহতীয়া ভ্ৰমণ কাহিনীখন বেছি তথ্যপূৰ্ণ

আৰু মনোগ্ৰাহী। উক্ত দেশৰ লগত থকা সাংস্কৃতিক সম্বন্ধৰ কথাই পুথিখনিৰ গুৰুত্ব আৰু বেছি বঢ়াইছে। দেশ কেইখনৰ বৰ্তমান ৰাজনৈতিক পৰিস্থিতি আৰু ভৌগোলিক অৱস্থাৰ চমু বিৱৰণ দিয়া আছে। এইখন ভ্ৰমণ কাহিনীৰ ভাষা আৰু বৰ্ণনা ভঙ্গী সাৱলীল আৰু ৰসাল, দৃষ্টিভঙ্গী উদাৰ আৰু সূক্ষ্ম। আন-হাতে ৰচনা ৰাজি তথ্যবহুল।

**The Red River and the Blue Hill** (১৯৫৪) ১৭১ পৃষ্ঠাৰ সাতটি অধ্যায়ত ৰচনা কৰা হেম বৰুৱাৰ এখন জনপ্ৰিয় গ্ৰন্থ। গ্ৰন্থখনৰ প্ৰথম অধ্যায়ৰ আলোচনাৰ বিষয় অসমৰ ভৌগোলিক বিৱৰণ, দ্বিতীয় অধ্যায়ৰ আলোচনাৰ বিষয় অসমৰ ইতিহাসৰ থূলমূল পৰিচয় আৰু তৃতীয় অধ্যায়ৰ আলোচনাৰ বিষয় অসমৰ বিভিন্ন জাতি উপজাতি আৰু ধৰ্মৰ কথা। পিছৰ অধ্যায়বোৰত ক্ৰমে নগৰীয়া আৰু গাঁৱলীয়া জীৱনৰ কথা, ভাষা আৰু সাহিত্য আৰু বিবিধ বিষয়ৰ আলোচনা। পুথিখন সম্পৰ্কে পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ স্মৰত ক'বলৈ হলে, "The Red River and the Blue Hill is a cultural introduction to Assam well conceived and written in a pleasent style. It gives in a succint from much useful information on a wide variety of topics—history, literature, races and political development. This is the kind of book one would like to recommend to anyone who desires to know some thing about Assam and its problems. পুথিখনিৰ হিন্দী অনুবাদ 'লৌহিত্য ঔৰ নীলাচল।'

**The Fairs and Festivals of Assam** (১৯৫৬) ৬৩ পৃষ্ঠাৰ হেম বৰুৱা আৰু জে দি ৰাভেজাই যুটীয়া ভাৱে ৰচনা কৰা পুথি। ভুটীয়া মেলা, বিহু, নংক্ৰেম নাচ, অম্বুবাচী মেলা, দুৰ্গাপূজা

আৰু বিবিধ জনজাতীয় উৎসৱৰ কথা পুথিখনৰ আলোচ্য বিষয়।

Modern Assamese Poetry (১৯৬০) হেম বৰুৱা সম্পাদিত ৰোমান্তিক যুগৰপৰা সাম্প্ৰতিক যুগলৈকে ২৭ গৰাকী কবিৰ ৫০ টা কবিতাৰ সংকলন। সংকলনটিৰ ভালেকেইটি কবিতা হেম বৰুৱাই নিজে অনুবাদ কৰা। পুথিখনিৰ অন্যতম বৈশিষ্ট্য সম্পাদকে পাতনিত আলোচনা কৰা আধুনিক অসমীয়া কবিতা আন্দোলন আৰু ইয়াৰ বিকাশৰ কথা।

সংসদী সদস্য হৈ থকা কালছোৱাত তেওঁৰ ভালেমান প্ৰবন্ধ বিভিন্ন ইংৰাজী সংবাদ পত্ৰত প্ৰকাশ হৈছিল। পূৰ্ব প্ৰকাশিত বচা বচা প্ৰবন্ধসমূহৰে সংকলন ৬৩ পৃষ্ঠাৰ 'Idle Hours : 1961' (১৯৬২)। 'আইডল আৱাৰ্চ' সাহিত্য, সাহিত্যিক আৰু সংস্কৃতি বিষয়ক তেৰটি প্ৰবন্ধৰ সংকলন। 'The Writer in India', 'Culture and Society', 'Western Influences on Indian Poetry', 'Folk-Songs on Rains', 'Tagore and Assamese Literature', পুথিখনিৰ উল্লেখযোগ্য প্ৰবন্ধ।

'Folk Songs of India' (১৯৬৫) ৮২ পৃষ্ঠাৰ এখনি সুন্দৰ ছপা বন্ধাৰ পুথি। এই ইংৰাজী গ্ৰন্থখনৰ আধাৰতে ৰচনা কৰিছে তেওঁৰ 'এই গাওঁ এই গীত' নামৰ পুথিখন। পাঁচটি অধ্যায়ত ৰচনা কৰা ইংৰাজী পুথিখনিত তুলনামূলক ভাৱে বিশ্বৰ বিভিন্ন গীত-মাতৰ লগত ভাৰতীয় গীত-মাতৰ কথা আলোচনা কৰিছে।

হেম বৰুৱাৰ 'Assamese Literature' (১৯৬৫) ২৭৪ পৃষ্ঠাৰ অসমীয়া সাহিত্যৰ বুৰঞ্জী। গ্ৰন্থখনি নেচনেল বুক ট্ৰাষ্টে প্ৰকাশ কৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। 'আচামিজ লিটাৰেচাৰ' গতানুগতিক অসমীয়া সাহিত্যৰ বুৰঞ্জী নহয়। গ্ৰন্থখনিত অসমীয়া ভাষাৰ বিষয়েও আলোচনা কৰিছে। পুৰণি আৰু আধুনিক দুই ভাগত ভাগ কৰি প্ৰথম ভাগত প্ৰাকবৈষ্ণৱ,

বৈষ্ণব যুগৰ পৰা আৰম্ভ কৰি নাট্য সাহিত্য, গদ্য সাহিত্য, লৈকে আলোচনা কৰিছে। আধুনিক ভাগত পাশ্চাত্য প্ৰভাৱ, ৰোমাণ্টিক প্ৰভাৱ, উপন্যাস, চুটি গল্প, আৰু সাম্প্ৰতিক কবিতা আদি বিভিন্ন ভাগত আলোচনা কৰিছে। এইখন পুথিৰ মাধ্য-মেৰেও অনা অসমীয়া মানুহে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ কথা থুলমূলকৈ জানিবলৈ সুচল হৈছে। পুথিখনিৰ ভাষা সাৱলীল আৰু শ্ৰুতিমধুৰ। পুথিখনিৰ অসমীয়া অনুবাদ কৰিছে অনু বৰুৱাই।

'**Lakshminath Bezbarua**' (১৯৬৭) ৭০ পৃষ্ঠাৰ হেম বৰুৱাৰ শেষতীয়া ইংৰাজী গ্ৰন্থ। সাহিত্য একাডেমীয়ে প্ৰকাশ কৰা Makers of Indian Literature গ্ৰন্থমালাৰ অন্তৰ্ভুক্ত এই গ্ৰন্থখনি বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী উছৱৰ আগে আগে প্ৰকাশ হোৱা একমাত্ৰ ইংৰাজী গ্ৰন্থ। ছটি ভাগত ভাগ কৰা এই সৰু পুথি খনিত, বেজবৰুৱাৰ জীৱনী, প্ৰবন্ধ সাহিত্য, নাটক, কথা সাহিত্য, কবিতা আদি শিতানত আলোচনা কৰিছে। অনা অসমীয়া পাঠকৰ মাজত এইখন পুথিৰ সমাদৰ বেছি। পুথিখন বঙলা, হিন্দী আৰু মাৰাঠী ভাষাত অনুবাদ কৰিছে।

অসমৰ সাহিত্য, সংস্কৃতি, ধৰ্ম, ইতিহাসৰ চিত্ৰ হেম বৰুৱাৰ সুৱলা ইংৰাজীত জীৱন্ত আৰু মনোৰম। অসমৰ বিষয়ে থুল-মূলকৈ জানিবৰ বাবে তেওঁৰ গ্ৰন্থৰাজি যথেষ্ট। অসমৰ বিষয়ে থকা বিশাল অধ্যয়ন আৰু গভীৰ জ্ঞানৰ পৰিচয় ৰচনাৰাজিৰ মাজত প্ৰকাশ পাইছে।

'ইলাষ্ট্ৰেটেড উইক্‌লি', 'হিন্দুস্থান টাইমচ', 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' 'অমৃত বাজাৰ', 'ষ্টেটচমেন', 'কাৰেণ্ট', 'ভাৰত জ্যোতি', 'টাইমচ অব ইণ্ডিয়া', 'হিন্দু', 'ইনকা', 'টাইমচ এণ্ড টাইড' আদি ভালেমান ইংৰাজী কাকতত তেওঁৰ বহুতো প্ৰবন্ধ প্ৰকাশ হৈছিল। ইয়াৰে কিছুমান সাময়িক সমস্যা লৈ লিখা। কিছুমান সম্পাদকৰ

তাগিদাত লিখা। আনকি কোনো কোনো প্ৰবন্ধ কাকতৰ প্ৰতি-নিধিয়ে তেওঁৰ পৰা শ্ৰুতলিপি লৈ প্ৰকাশ কৰা। সংবাদ পত্ৰ, আলোচনীত প্ৰকাশ হোৱা আটাইবোৰ প্ৰবন্ধই মূল্যবান আৰু তথ্য বহুল নহয়। কিন্তু ইয়াৰ মাজত ভালেমান মূল্যবান প্ৰবন্ধও আছে। এনে তৰহৰ প্ৰবন্ধৰ সংকলন প্ৰকাশ হলে সাহিত্যৰ সৌষ্ঠৱ বাঢ়িব।

**নতুন কবিতা** অসমীয়া আধুনিক কবিতাৰ জন্ম লগ্নৰ লগতো হেম বৰুৱা জড়িত। প্ৰথমতে তেৱেঁই আৱাহনত 'বান্দৰ' নামৰ কবিতা এটা প্ৰকাশ কৰি আধুনিক কবিতাৰ পাতনি মেলিছিল। বাঁহীত প্ৰকাশিত ডক্টৰ মহেশ্বৰ নেওগৰ 'অন্ত্যজা' সমসাময়িক কালছোৱাৰে ৰচনা। 'বান্দৰ' নাইবা 'অন্ত্যজা' ৰোমাণ্টিক কবি-তাৰ গতানুগতিকতাৰ ব্যতিক্ৰমহে মাথোন। এই দুয়োটা কবিতাই আধুনিক ডেকা কবিসকলক গতানুগতিকতাৰ বিৰুদ্ধে থিয় দিবলৈ পথ দেখুৱালে। প্ৰকৃততে আধুনিক কবিতাৰ জয়যাত্ৰা সূচনা হয় চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু কমল নাৰায়ণ দেৱ সম্পাদিত 'জয়ন্তী'ৰ মাধ্যমেৰে। অমূল্য বৰুৱা, নৱকান্ত বৰুৱা, আব্দুছ ছাত্তাৰ, ত্ৰৈলোক্য ফুকন, যতিনাৰায়ণ শৰ্মা, ভৱপ্ৰসাদ ৰাজখোৱা, কেশৱ মহন্ত, পদ্ম বৰকটকী আদি বহুতেই আধুনিক কবিতা ৰচনাত মনপুতি লাগিছিল। আধুনিক কবিতা আন্দোলনৰ হেম বৰুৱাও আছিল এজন একনিষ্ঠ পূজাৰী। ৰোমাণ্টিক কবিতাৰ গতানু-গতিকতা ভাঙি, বিষয়-বস্তুৰ উপস্থাপন ৰীতি, ছন্দ সজ্জা আৰু প্ৰতীক আদি সৃষ্টিৰ ক্ষেত্ৰত এই নতুন কবিতা আন্দোলনে আনিছিল এক বিপ্লৱ। 'দোল পূৰ্ণিমা', 'পূজা', 'গুৱাহাটী ১৯৪৪' কবিতা হেম বৰুৱাৰ এই কালছোৱাৰে ৰচনা। কবিতা ৰাজিৰ মাজত সমাজ সচেতনতা আৰু মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱ সুস্পষ্ট। এই কবিতা ৰাজিকে কোৱা হয় প্ৰগতিশীল কবিতা বা নতুন কবিতা। কবিতা ৰাজিক প্ৰগতিশীল বোলাৰ অৰ্থ ইয়াতেই মানুহৰ

জীৱনৰ সমস্যাবিলাকৰ সংগ্ৰামৰ ধ্বনি প্ৰতিধ্বনিত হৈছে।

'গুৱাহাটী ১৯৪৪' যুদ্ধোত্তৰ যুগৰ গুৱাহাটী আৰু বিশৃংখল গণজীৱনৰ এখনি নিখুঁত চিত্ৰ। মানৱ সমাজত শ্ৰেণী সংগ্ৰামৰ, বৈষম্যৰ চিত্ৰ আৰু বেছি সজীৱ হৈ পৰিছে হেম বৰুৱাৰ 'পূজা' কবিতাত। পূজাৰ বং বহইচ আৰু উলহ-মালহত বৈষম্যৰ চিত্ৰ খনি কবিৰ চকুত সজীৱ হৈ পৰিছে।

জয়ন্তীৰ মাজেৰে প্ৰকাশ পোৱা মানৱ জীৱনৰ সমস্যা আৰু সংগ্ৰামৰ ধ্বনিয়ে প্ৰকাশৰ যি নতুন পথ বা মাধ্যম বিচাৰি পাইছিল সি ক্ৰমে বেছি বহল পৰিসৰ লাভ কৰিব পাৰিছিল, নিজে সম্পাদনা কৰা পছোৱাৰ মাধ্যমেৰে। 'পছোৱা'ৰ এই আন্দোলন সক্ৰিয় কৰিবলৈ হেম বৰুৱাই নিজ নামৰ উপৰি ভালেমান কবিতা ৰচনা কৰিছিল সঞ্জয় বৰা আৰু স্বৰ্ণ বৰুৱা ছদ্মনামত। 'পছোৱা' আলোচনীতে প্ৰগতিশীল কবিতা আন্দোলনে সম্ভাৱনাৰ পথত খোজ পেলাবলৈ সক্ষম হয়। এবছৰ মাত্ৰ জীয়াই থকা 'পছোৱা' আলোচনীৰ মাধ্যমেৰে প্ৰগতিশীল কবিতা আন্দোলনৰ প্ৰকাশ হে হ'ল, বিকাশ সম্ভৱ নহ'ল। প্ৰগতিশীল কবিতা আন্দোলনে বিকাশ বা বহল পৰিসৰ লাভ কৰিব পাৰিলে 'ৰামধেনু' আলোচনীৰ মাধ্যমেৰে। যদি আমি 'জোনাকী' আলোচনীক ৰোমাণ্টিক কবিতাৰ যুগ, আৱাহনক চুটি গল্পৰ যুগ বুলি কওঁ তেন্তে ক'ব লাগিব ৰামধেনু কাল প্ৰগতিশীল কবিতাৰ যুগ। ৰামধেনু আলোচনীতে নতুন কবিতা বা সাম্প্ৰতিক কবিতাৰ পূৰ্ণবিকাশ আৰু বিস্তাৰ। হেম বৰুৱা ৰামধেনু যুগৰ এগৰাকী আগশাৰীৰ কবি। তেওঁৰ 'পছোৱা', 'ৰামধেনু' আৰু আন আন আলোচনীত প্ৰকাশ হোৱা কবিতাৰে সংকলন 'বালিচন্দা' (১৯৫৯) আৰু 'মনময়ূৰী' (১৯৬৫)।

নতুন কবিসকলক দুই দলত ভাগ কৰা হয়; এদল জনতাৰ কবি, আনদল নিৰ্জনতাৰ কবি। হেম বৰুৱা প্ৰথম দলৰ আগৰণুৱা কবি। নতুন কবিতাৰ পাণ্ডনিত ডক্টৰ মহেন্দ্ৰ বৰাই লিখিছে,

'হেম বৰুৱাৰ মানসিক মানচিত্র বহল। তেখেতৰ বিস্তীর্ণ দিগ্‌বলয়ত প্রখৰ যুবঙ্গী-বোধৰ বর্ণাঢ্য প্রকাশ পোৱা যায়। হেম বৰুৱাৰ কবিতা পূবৰ মনৰ সৈতে পশ্চিমৰ মনৰ সংঘাতৰ অপূর্ব প্রতি-লিপি। তেখেতৰ কবিতা পঙ্গু ধনতান্ত্রিক সমাজ ব্যৱস্থাৰ ওপৰত যেন খহি পৰা এটা বিৰাট অভিশাপ। বর্তমানৰ সমাধিৰ ওপৰত তেখেতে নতুন দিনৰ সুস্থ সমাজ গঢ়ি তোলাৰ সপোন দেখে। কুমাৰী পৃথিৱী বৰুৱাৰ চকুত নতুন সম্ভাৱনাৰে অন্তঃসত্ত্বা।

'বালিচন্দা' (৫৫ পৃষ্ঠা) ২৩ টা আৰু 'মন ময়ূৰী' (৫৪ পৃষ্ঠা) ২১ টা কবিতাৰ সংকলন। দুয়োখন সংকলনৰ ভিতৰত 'মমতাৰ চিঠি' নিঃসন্দেহে হেম বৰুৱাৰ শ্রেষ্ঠ কবিতা। 'মমতাৰ চিঠি' কবি হেম বৰুৱাৰ সার্থক সৃষ্টি। অকল এইটো কবিতা ৰচনা কৰি আন কবিতা ৰচনা নকৰা হলেও তেওঁ অসমৰ কাব্য আকাশত স্মৰণীয় হৈ থাকিলহেঁতেন। নাৰী জীৱনৰ বৈধব্যৰ যন্ত্রণাৰ কথা বোধহয় অসমীয়া কোনো কবিতাতে ইমান তীব্রভাৱে প্রকাশ পোৱা নাই। লবঙ্গ কোমল মমতা নামৰ অন্তৰালত প্রকাশ পোৱা অকাল বৈধব্যৰ কথাই কবিতাটোত গভীৰ ব্যঞ্জনাৰ সৃষ্টি কৰিছে।

তেওঁৰ আন এটি সার্থক কবিতা 'এটা সাপ'। মানুহৰ চিৰ মূঢ়তাৰ ব্যঞ্জনা সাপ কবিতাৰ প্রাণকেন্দ্র।

হেম বৰুৱাৰ মানস পটত বহুতো চৰিত্রৰ ভিৰ, 'আইতা', 'চনিয়া', 'অনামিকা' (সীমান্ত), 'বিত্তাৱতী গাভৰু' (জাপানী কবিতা)। দুয়োখন কাব্যগ্রন্থ পঢ়িলে হেম বৰুৱাক একেবাৰতে জনতাৰ কবি বুলি কোৱা সহজ নহয়। নির্জনতাৰ লক্ষণ তেওঁৰ কবিতাত কম নহয়। নিজৰ প্রতিচ্ছবিও কবিৰ চকুত ধৰা দিছে বিভিন্ন ৰূপত, কেতিয়াবা 'ঘোপমৰা ব্লেক আউত নিশাৰ হতভগা লেম্প পোষ্ট', 'কেতিয়াবা এজন অজ্ঞ ৰূপত।'

মাৰ্ক্সীয় দর্শনৰ দ্বাৰা প্রভাৱান্বিত হেম বৰুৱা এজন সমাজবাদী নেতা। এই সমাজবাদী চিন্তাধাৰাই বহু সময়ত সৌন্দর্য

সপোনৰ মায়াজালত উটি-ভঁাহি ফুৰা কবিক সমস্যা জৰ্জৰিত পৃথিৱীৰ কেঁচা মাটীৰ গোন্ধৰ সঁহাৰি দিয়ে।

'শীতৰ অন্তত
আকৌ আহিব নিলাজী ফাগুণ।
বহাগী বিহু। ৰাঙলী দিন। কপৌ ফুল।
কুলি কেতেকীৰ গানৰ শৰাই:
আকৌ আহিব দিখৌত বান।
কমৰেড, শঙ্কা কিহৰ?'

আনহাতে এনে মানস চিত্ৰৰ মৃদু গুঞ্জৰণে হেম বৰুৱাৰ কবিতাৰ বৈশিষ্ট্য। কেতিয়াবা তেওঁৰ কবিতাত ভিন্নসুৰী মানস চিত্ৰৰো সমাবেশ ঘটে। 'বালিচন্দা'ৰ 'কৈফিয়ৎ' হেম বৰুৱাই নিজে 'মই কবি নহওঁ' বুলি কৈছে। আকৌ 'মন ময়ূৰী'ৰ ছুৰাবদলিত এষাৰ লিখিছে—

'সমস্ত ৰসক কোনে জানিবাক পাৰে।
পক্ষীসৱ উৰয় যেন পখা অনুসাৰে।।'

ডক্টৰ মহেন্দ্ৰ বৰাৰ সুৰতে সুৰ মিলাই বিনয়ী কবিক ক'বলৈ হ'লে, 'তোমাৰ পাখিত ৰং আছিল দূৰ সুদূৰৰ নীল সমুদ্ৰৰ। তোমাৰ পাখিত শক্তি আছিল আকাশৰ শেষ সীমা ছুই অহাৰ। তুমি মাথোন উৰিব নুখুজিলা। উৰিব খুজিলেই সোমাই থকা সজাঁটোলৈ মনত পৰিছিল'। তথাপি আমি ভাবিছিলোঁ। তুমি এদিন উৰিবই লাগিব, তুমি উৰিব পাৰিবা। তুমিয়েই এদিন কৈছিলা 'গতিশীলতাই জীৱন, স্থবিৰতাই মৰণ'। সঁচাকৈয়ে নিয়তিৰ কি নিৰ্মম পৰিহাস গতিশীল হেম বৰুৱা এদিন হৈ পৰিল স্থবিৰ। বদ্ধ ঘৰৰ চাবি বেৰৰ মাজতেই যে বন্দী হ'ল এনে নহয়, বন্দী হ'ল নিজৰ আসন খনত; আনৰ সহায় নহলে লৰচৰ কৰিব নোৱাৰে।

সদা জাগ্ৰত, সক্ৰিয়, জাকত জিলিকা সংসদী সদস্য হৈও ইংৰাজী

অসমীয়া ভাষাত জাপে জাপে বিবিধ বিষয়ৰ গ্ৰন্থ ৰচনা কৰি সাহিত্যৰ ভঁৰাল চহকী কৰা হেম বৰুৱাই শেষ জীৱনত বন্ধ ঘৰৰ জিৰণি কোঠাত হাত সাবটি বহি থাকিব বুলি জানো কোনোবাই ভাবিব পাৰিছিল? অবিশ্বাস্য যেন লাগিলেও হেম বৰুৱাৰ শেষ জীৱন আছিল তেনে এটি স্থবিৰ জীৱন। হেম বৰুৱাৰ শেষ জীৱনৰ লিখনিৰ পৰা অসমীয়া সাহিত্য বঞ্চিত হব লগা হ'ল।

সৃজনীমূলক ৰচনাৰ উপৰিও কেবাখনো গ্ৰন্থ তেওঁ অসমীয়ালৈ অনুবাদ কৰিছিল। জৱাহৰলাল নেহৰু ৰচিত 'ভাৰত বৰ্তমান আৰু ভৱিষ্যত', সত্যেন বৰকটকী ৰচিত 'অসমৰ জনজাতি' আৰু বিষ্ণু প্ৰভাকৰৰ 'চৰ্দাৰ বল্লভ ভাই পেটেল' মূল ইংৰাজী গ্ৰন্থৰ পৰা হেম বৰুৱাই অনুবাদ কৰা তিনিখন গ্ৰন্থ।

# হেম বৰুৱাৰ ব্যক্তিত্ব ⁝ ১০

বিৰল সৰলতা হেম বৰুৱাৰ চৰিত্ৰৰ ভূষণ। আনহাতে তেওঁৰ জীৱনটো আন্ধাৰ আৰু পোহৰৰ সংমিশ্ৰণ। মুখত সোণৰ চামুচ লৈ জন্ম গ্ৰহণ কৰা নাছিল যদিও সোণৰ চামুচ মুখত দিয়াৰ সুযোগ তেওঁ বহুবাৰ পাইছিল। গাঁৱে গাঁৱে ঘূৰি ফুৰোতে ৰঙা কৰকৰা ভাত গৰৈ মাছ পোৰাৰে খোৱা হেম বৰুৱাই মস্কো, নিউইয়র্ক, লণ্ডন, নতুন দিল্লীৰ বিশ্বৰ বৰেণ্য নেতাসকলৰ লগত বিবিধ ব্যঞ্জনেৰে একেখন টেবুলতে ভোজন কৰাৰ সুযোগ পাইছিল। গাঁও অঞ্চলৰ কোনোবা চাহ দোকানৰ ছুচটা তামোল গছতে বাগৰি ৰাতিটো কটোৱা হেম বৰুৱাই বিশ্বৰ বহুতো প্ৰথম শ্ৰেণীৰ চহৰৰ শীত তাপ নিয়ন্ত্ৰিত অত্যাধুনিক বৰ বৰ হোটেলতো বাস কৰাৰ সুযোগ পাইছিল। হেম বৰুৱাৰ বক্তৃতাৰ পিছত দৰ্শক ভাগি যায় বাবে সভাৰ শেষৰ বক্তাজন আছিল হেম বৰুৱা আৰু সেইজন ব্যক্তিয়ে এদিন জনতাৰ সমুখত থিয় হৈ কিবা ক'ব বিচাৰি এষাৰ কথাও ক'ব নোৱাৰি শিলামূৰ্তিৰ দৰে থৰ হৈ থাকিব লগা হৈছিল। হেম বৰুৱাৰ জীৱনত যেনে অৱস্থাই নহওক, আদৰ্শত আছিল তেওঁ অচল অটল। অন্তৰঙ্গ বন্ধু, জ্যেষ্ঠ জনৰ কোনো ধৰণৰ প্ৰলোভনে তেওঁক টলাব নোৱাৰিলে। স্বদেশ আৰু স্বদেশবাসীৰ কল্যাণৰ বাবে তেওঁ বামপন্থী নেতাৰ ভূমিকা গ্ৰহণ কৰিছিল আৰু মৃত্যুৰ আগ মুহূৰ্তলৈকে তেওঁ আছিল এগৰাকী বামপন্থী নেতা। ৰাজনৈতিক সত্যতা আছিল তেওঁৰ শিৰৰ ভূষণ। হেম বৰুৱাৰ অসমীয়া জাতিলৈ সৰ্বশ্ৰেষ্ঠ দান হৈছে ৰাজনৈতিক সততা। নানান ধৰণৰ সুযোগ সুবিধা আৰু প্ৰলোভনৰ মুখ দেখিও নিজৰ দলৰ প্ৰতি

আনুগত্য অটুত ৰখা বিৰল আদৰ্শই হেম বৰুৱাক আন দহজন ৰাজনৈতিক নেতাৰ বহু উৰ্দ্ধত আসন দিছে। এজন এজনকৈ ত্বজন বিৰোধী দলৰ বিধান সভাৰ নেতা, বহুতো বামপন্থী নেতাই দল সলনি কৰাৰ পিছতো হেম বৰুৱাই নিজৰ দলৰ প্ৰতি আনুগত্য অটুত ৰখা কাৰ্য বিৰোধী দলসমূহৰ বাবে আছিল ঘাই খুটা স্বৰূপ।

আজিৰ কেন্দ্ৰৰ যি জনতা চৰকাৰ সি নিশ্চয় হেম বৰুৱাৰ নিচিনা এচাম বামপন্থী নেতাৰ নিস্বাৰ্থ দেশপ্ৰেমৰ ফল। সুখৰ বিষয় হেম বৰুৱাই তেওঁৰ আজন্ম সাধনা ৰাজনৈতিক পৰিৱৰ্ত্তন নিজ চকুৰে চাইহে মৃত্যু বৰণ কৰিব পাৰিলে।

জীৱনৰ অন্তিম সময়তো হেম বৰুৱাই চিন্তা কৰিছিল দেশৰ কথা। সেয়েহে যোৱা নিৰ্বাচনৰ সময়ত ৰুগ্ন স্থবিৰ দেহাৰেই অনু বৰুৱাৰ আগত প্ৰকাশ কৰিছিল নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ কথা। অনু বৰুৱাই সান্ত্বনা দিছিল, "এতিয়া নমিনেচন দিয়াৰ সময় পাৰ হৈ গ'ল নহয়"।

"তেতিয়া হলে বিধান সভাতে প্ৰতিদ্বন্দ্বিতা কৰিম"।

নিৰ্বাচনৰ ফলাফল ঘোষণাৰ সময়ত দেশ জুৰি যি এক উত্তেজনাৰ সৃষ্টি হৈছিল সেই উত্তেজনাই স্পৰ্শ কৰিছিল নিজৰ বিচনাতে বন্দী হৈ থকা ৰুগ্নদেহী হেম বৰুৱাকো। সি'দিনা তেওঁ ৰবকৈ চিঞৰ-বাখৰ কৰিছিল, কিবা ক'ব বিচাৰিছিল। কিন্তু তেওঁৰ সেই চিঞৰ-বাখৰ, তেওঁৰ কথা আছিল অব্যক্ত; অবুজ।

এইবাৰ হেম বৰুৱা নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰি জয়ী হোৱা হলে আমি সৰ্ব ভাৰতীয় নেতাসকলৰ আগ শাৰীত দেখিলো-হেঁতেন। কিন্তু অসমৰ দুৰ্ভাগ্য।

বামপন্থী নেতা হলেও জ্যেষ্ঠ কংগ্ৰেছীসকলৰ প্ৰতি আছিল তেওঁৰ অসীম শ্ৰদ্ধা। নেহৰুৰ মহানুভৱতা আৰু ব্যক্তিত্বৰ প্ৰতিও

তেওঁৰ অসীম শ্ৰদ্ধা। অকল শ্ৰদ্ধাই নহয় নেহৰুৰ প্ৰতি তেওঁৰ আছিল সহৃদয় ভাব। সেইবুলি সহৃদয়তাক প্ৰশ্ৰয় দি তেওঁ কেতিয়াও আদৰ্শৰ পৰা এচুলি মানো আঁতৰা নাছিল।

অসমৰ প্ৰবীণ কংগ্ৰেছী নেতা বিষ্ণুৰাম মেধি, দেবেশ্বৰ শৰ্মা প্ৰভৃতিৰ প্ৰতি আছিল জ্যেষ্ঠজনৰ প্ৰতি থাকিব লগা অসীম শ্ৰদ্ধা। এবাৰ এজন কেন্দ্ৰীয় মন্ত্ৰীয়ে বিষ্ণুৰাম মেধিৰ আগত চিগাৰেট আগ বঢ়োৱাত তেওঁ গ্ৰহণ নকৰিলে। কেন্দ্ৰীয় মন্ত্ৰী গৰাকী আচৰিত হ'ল। কাৰণ তেওঁ জানে হেম বৰুৱাই চিগাৰেট খায়।

দেবেশ্বৰ শৰ্মা শিক্ষা মন্ত্ৰী থকা কালতে স্থাপন হয় প্ৰকাশন পৰিষদ। শিক্ষা মন্ত্ৰীয়ে প্ৰকাশন পৰিষদৰ সভাপতি। এদিন প্ৰকাশন পৰিষদৰ সভালৈ আহোঁতে দেবেশ্বৰ শৰ্মাই বাটতে হেম বৰুৱাক পাই মটৰত তুলি লৈ আহিল। সভাত প্ৰকাশন সম্পৰ্কে নানান ধৰণৰ পৰিকল্পনা আলোচনা কৰা হ'ল। এখন কিতাপৰ পাণ্ডুলিপি সম্পৰ্কে আলোচনা চলিল। পাণ্ডুলিপিখন পুনৰ এবাৰ ভালদৰে চোৱাৰ প্ৰয়োজনীয়তা বোধকৰি সভাপতি দেবেশ্বৰ শৰ্মাই ক'লে, "হেম, তুমিয়ে পাণ্ডুলিপিখন এবাৰ ভালদৰে চাই দিয়া।"

"মোৰ এশ এটা কাম চাৰ! মই নোৱাৰিম।"

"তোমাৰ তেন্তে এশ দুটা কাম হওক। তুমি পাৰিবা।" এইবুলি তেওঁ নিজেই হেম বৰুৱালৈ কিতাপখন আগবঢ়াই আলোচনাৰ মোখনি মাৰিলে। হেম বৰুৱাই নিৰুত্তৰ হৈ শান্ত ল'ৰাৰ দৰে হাত পাতি ললে।

সংসদী সদস্য নিৰ্বাচিত হোৱাৰ পূৰ্বতে এবাৰ বিমলা প্ৰসাদ চলিহাই তেওঁক মাতিলে, 'এখন ইংৰাজী ড্ৰাফ্‌ট্‌' ভালদৰে লিখি দিবলৈ। চলিহা সেই সময়ত প্ৰদেশ কংগ্ৰেছৰ সভাপতি। সেই সময়তে আছিল দুজনমান প্ৰবীণ কংগ্ৰেছী সদস্য। আলাপ

আলোচনাৰ মাজতে চলিহাই ক'লে, 'হেম বৰুৱা মানুহজন ভালহে।' এজন প্ৰবীণ কংগ্ৰেছী সদস্যই ধেমালি কৰি ক'লে, "ভাল হয়, পিচে সদায় নিৰ্বাচনত হাৰি থাকে।" প্ৰবীণ কংগ্ৰেছী সদস্যজনে ধেমালি কৰিহে কৈছিল, কোনো বেয়া ভাবেৰে নহয়। উত্তৰত চলিহাই ক'লে, "আমি যেনেকুৱা, ভোটাৰবিলাকো তেনে; সিহঁতে জানে ক'ত ভোট দিলে স্বাৰ্থ সিদ্ধি হব। সেইবাবে হেম বৰুৱা হাৰি থাকে।" হেম বৰুৱা ইতিপূৰ্বে দুবাৰ নিৰ্বাচনত পৰাজয় বৰণ কৰিছিল। বস্তুতো কংগ্ৰেছী সদস্যৰে হেম বৰুৱাৰ প্ৰতি আছিল সদ ভাৱ।

কিছুমান কংগ্ৰেছী সদস্যই পিছত প্ৰধান মন্ত্ৰী নেহৰু নাইবা ইন্দিৰা গান্ধীৰ বিৰুদ্ধে বৰকৈ ডাক্টোপ মাৰি কথা কয়। "মই ইন্দিৰা গান্ধীক এনেদৰে টানকৈ কৈছো, মই থ্ৰিটেনিং দিছোঁ।"

এবাৰ গুৱাহাটীলৈ আহিবৰ সময়ত পালাম বিমান বন্দৰত ইন্দিৰা গান্ধীক লগ পালে। কেইগৰাকীমান প্ৰবীণ কংগ্ৰেছী সদস্যও বৰুৱাৰ সহযাত্ৰী আছিল। তাৰ ভিতৰত ডাক্টোপ মাৰি কথা কওঁতাজনো। ইন্দিৰা গান্ধীৰ সমুখত দেখা গ'ল দুজনমানে হাত মোহাৰি মোহাৰি সেমেনা সেমেনিকৈ কথা পাতিছে। সেই সময় আছিল নিৰ্বাচনৰ আগ মুহূৰ্ত। 'টিকট' লাভৰ সময়। তেনে নকৰি জানো উপায় আছে?

হেম বৰুৱাই সেই দৃশ্যৰ আমোদজনক বিৱৰণ দি শেষত টিপ্পনী মাৰিলে, "জানা, বিৰোধী দলৰ সদস্য হলে বাঘৰ দৰে থাকিব পাৰি। অন্ততঃ প্ৰধান মন্ত্ৰীৰ ওচৰত। ভিজা মেকুৰীটো হব নালাগে।"

কিছুমান সংসদী সদস্য বা বিধান সভাৰ সদস্যৰ নিচিনাকৈ তেওঁ কেতিয়াও ক্ষমতাৰ অপপ্ৰয়োগ নকৰিছিল। নাইবা হকে বিহকে চৰকাৰী চাকৰিয়ালৰ ওপৰত হুকুম জাৰি বা জবাব দিহি কৰিব নিবিচাৰিছিল। নাইবা অলপ কথাতে ইঠাইৰ পৰা সিঠাইলৈ

বদলি কৰা প্ৰবৃত্তিও তেওঁৰ নাছিল। কোনো চৰকাৰী চাকৰিয়ালক কিবা ক'ব লগা হলেও ভাল ভাৱেহে কৈছিল। সেইবাবে কোনো চৰকাৰী কৰ্মচাৰীয়ে তেওঁক বেয়া নাপাইছিল। এদিন সন্ধিয়া পানবজাৰত ফুৰি থাকোতে এদল ডেকা ল'ৰাই হেম বৰুৱাক লগ পাই অভিযোগ কৰিলে যে দুজন ডেকা ল'ৰাক পুলিচে অনাহকত গ্ৰেপ্তাৰ কৰিছে। পুলিচৰ বৰ অত্যাচাৰ হৈছে। ইয়াৰ প্ৰতিকাৰ কৰিব লাগে। ডেকা দল বেচ উত্তেজিত।

হেম বৰুৱা আগবাঢ়ি গৈ লয়াৰ্ছ বুক ষ্টলৰ পৰা এছ পি লৈ ফোন কৰি অতি বিনম্ৰ ভাৱে ক'লে, "মই হেম বৰুৱাই কৈছো (এম পি হেম বৰুৱা বুলি নহয়), ঘটনাটোনো কি?" ইত্যাদি। এছ পিয়ে তেতিয়া ফোনত গোটেই ঘটনাটো তেওঁক বুজাই দিলে। হেম বৰুৱাই ধন্যবাদ দি সামৰিলে। উত্তেজিত ডেকাদলক আচল ঘটনাৰ ভেদ ভাঙি দিলে। গ্ৰেপ্তাৰ কৰা ল'ৰা দুজন আচলতে দোষী। উত্তেজিত ডেকাদল সুৰ সুৰকৈ ওলাই আহিল।

সেই বুলি তেওঁ কোনো মন্ত্ৰী বা ডা-ডাঙৰীয়াৰ অতপালি সহ্য নকৰিছিল। নিৰ্বাচনত পৰাজয় বৰণ কৰি উত্তৰ শৰণীয়াৰ জিৰণিৰ ঘৰত থকা কালছোৱাৰ কথা। এজন কেন্দ্ৰীয় মন্ত্ৰী গুৱাহাটীলৈ আহোঁতে হেম বৰুৱাৰ খবৰ কৰিলে আৰু দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। কথাষাৰ চৰকাৰী বিষয়াৰ কাণ বাগৰি আহি চান্দমাৰীৰ থানা পালেহি। থানাৰ দাৰোগাই এজন চিপাহীৰ হাতত এখন শ্লিপ দি পঠিয়ালে, "তেওঁ যেন তুৰন্তে চাৰ্কিট হাউচলৈ গৈ এপয়েন্ট-মেন্ট লৈ মন্ত্ৰীক দেখা কৰেহি।" হেম বৰুৱা ঘৰৰ বাৰান্দাতে বহি আছিল। শ্লিপখন পঢ়ি টুকুৰা টুকুৰকৈ ফালি দলিয়াই পেলালে। আচলতে মন্ত্ৰী জনাই তেওঁ আছে নে নাই জানিবহে বিচাৰিছিল। মাতি পঠোৱা নাছিল। অলপ পিছতে মন্ত্ৰী নিজেই আহি হেম বৰুৱাৰ ঘৰত হাজিৰ।

ৰাজ্যপাল, কেন্দ্ৰীয় মন্ত্ৰী স্বৰূপে কাৰ্য নিৰ্বাহ কৰা কালছোৱাত

অন্তৰঙ্গ বন্ধু দেৱকান্ত বৰুৱা প্ৰায়ে তেওঁৰ ওচৰলৈ আহিছিল। দেৱকান্ত বৰুৱা প্ৰায়ে নিচেই বাতিপুৱাতে ওলায়হি আৰু নানান ৰসাল গল্প-গুজবেৰে সময় অতিবাহিত কৰে। আন আন কেন্দ্ৰীয় মন্ত্ৰী সকলো তেওঁৰ বাস ভবনলৈ আহি খা-খবৰ লৈ গৈছিল।

এবাৰ বানপানীৰ পিছত এটা বিশেষ অঞ্চলৰ চৰকাৰী চাকৰিয়াল তেওঁৰ ওচৰলৈ আহিল। হাতত একোখন 'ফৰ্ম'। 'ফৰ্ম' খনত হেম বৰুৱাই লিখি দিব লাগে বানপানীত তেওঁলোকৰ সা-সম্পত্তি উটি গৈছে। (Wash away all movable and immovable property) আৰু চহী কৰি লিখি দিলে চৰকাৰী সাহায্য লাভ কৰিব। আচলতে সেই ঠাইত বানপানীৰ নামত এক ইঞ্চিও পানী হোৱা নাই। হেম বৰুৱাই প্ৰশ্ন কৰিলে, "কেনেকৈ আপোনালোকৰ ঘৰত বানপানী হ'ল? আপোনালোকে মোক মিছা কথা লিখিবলৈ কৈছে। মই লিখিব নোৱাৰোঁ। ইয়াৰ বাবে মোক ভোট নিদিলে নিদিব।" এই বুলি ওভোটাই পঠিয়ালে। তেনে নিৰ্ভীকভাৱে ক'ব পৰা সাহস কেইজনৰ আছে বাৰু?

হেম বৰুৱাৰ পৰিয়ালৰ আটাই কেইজন ভাই-ভনী উচ্চ শিক্ষিত ডিগ্ৰীধাৰী। মন্ত্ৰী ডা-ডাঙৰীয়াসকলৰ লগত হেম বৰুৱাৰ উঠা বহা, জনা শুনা। কিন্তু তেওঁ নিজৰ ভায়েক ভনীয়েকসকলৰ বাবে কোনো ধৰণৰ কাৰ্যকে কৰি দিবলৈ চেষ্টা কৰা নাছিল। নিজৰ পৰিয়ালৰ বাবে তেওঁ আছিল নিৰ্বিকাৰ। নিজৰ যোগ্যতাৰে ভায়েক-ভনীয়েকসকলে যি চাকৰি-বাকৰি পাইছিল তাকে লৈ সন্তুষ্ট থাকিব লগা হৈছিল। নিজৰ পৰিয়ালৰ মানুহেও তেওঁক 'মোক এইটো কৰি দিয়ক সেইটো কৰি দিয়ক' বুলি কেতিয়াও আমনি নকৰিছিল।

অৱশ্যে ঘৰুৱা আন আন পাৰিবাৰিক কথাতো হেম বৰুৱা সম্পূৰ্ণ নিৰ্বিকাৰ, উদাসীন। সময় সুবিধা পালে মাকে তেওঁক বৰ পুত্ৰ হিচাপে কৰ্তব্য আৰু দায়িত্বৰ কথা সোঁৱৰাই দিবলৈ পাহৰা

নাছিল। তেওঁৰ ওপৰত মাকৰ প্ৰভাৱ আছিল বেছি আৰু মাকক অলপ ভয়ৰ চকুৰে চাইছিল।

হেম বৰুৱাৰ দ্বিতীয় ভায়েক নৰকান্ত বৰুৱা এগৰাকী গীতিকাৰ। তেওঁ বহু বছৰ ধৰি বোম্বে নিবাসী। তেওঁৰ পত্নী তুলতুল বৰুৱা এগৰাকী সাংবাদিক। তৃতীয় ভায়েক জীতেন্দ্ৰ কুমাৰ বৰুৱা জীৱন বীমা নিগমৰ বিষয়া। তেওঁৰ পত্নী কল্পনা বৰুৱা। চতুৰ্থ ভায়েক অধ্যাপক প্ৰফুল্ল কুমাৰ বৰুৱা এগৰাকী কথা সাহিত্যিক। অধ্যাপক বৰুৱা 'ৰশ্মিৰেখা' কথা ছবিৰ পৰিচালক। তেওঁৰ পত্নী অৰুণিমা বৰুৱা। ভনীয়েক ভানুমতী বৰুৱা এগৰাকী শিক্ষাবিদ। আইভি বৰুৱা এগৰাকী খ্যাতনামা কণ্ঠশিল্পী, শিক্ষাজীৱি।

মাক-দেউতাক দুয়োজনাৰে প্ৰতি হেম বৰুৱাৰ আছিল অচলা ভক্তি। ১৯৫৭ খৃঃৰ ১৬ এপ্ৰিল ৩ বহাগ মঙ্গলবাৰে তেওঁৰ পিতৃ বিনন্দী ৰাম বৰুৱাৰ মৃত্যু হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স তিনি কুৰি তেৰ বছৰ। পিতৃৰ মৃত্যু তেওঁৰ জীৱনৰ এটি চৰম আঘাত। পিতৃৰ মৃত্যুত তেওঁ সৰু ল'ৰাৰ দৰে হুকু হুকুকৈ কান্দিছিল।

মাক একপ্ৰকাৰ তেওঁৰ শেষ জীৱনলৈকে জীয়াই আছিল। ১৯৭৫ খৃঃৰ ১৭ ডিচেম্বৰত ৭৯ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। মৃত্যুৰ প্ৰায় এক ডেৰ বছৰ আগতে মাক এবাৰ উত্তৰ শৰণীয়াৰ ঘৰলৈ আহিছিল। হেম বৰুৱাৰ তেনে অৱস্থা দেখি মাকে বৰ দুখ পাইছিল। তেওঁৰ চকুৰ আগতে পুত্ৰৰ তেনে অৱস্থা কোন মাকে বাৰু সহিব পাৰে? অথচ মাকে কাষত বহি বহি পঢ়িছিল 'অনন্ত প্ৰান্তৰ।' শেষ অৱস্থাত মাকেও পুত্ৰৰ কাষলৈ আহিব নোৱাৰে আৰু পুত্ৰয়ো মাকৰ ওচৰলৈ যাব নোৱাৰে। দুয়োজনাৰ বাবে ই আছিল বেদনাদায়ক। মাকৰ মৃত্যুৰ বাতৰি পাই তেওঁ হাও হাও কৈ কান্দিছিল।

আগ বয়সৰ হেম বৰুৱাজন আছিল খঙাল প্ৰকৃতিৰ। এবাৰ যোৰহাটৰ ঘৰত কিবা কথাত লাগি হুচৰি গোৱা দল এটিৰ লগত

ফেৰ পাতিবলৈ হাতত কুঠাৰ লৈ ওলাই আহিছিল। পিছৰ জীৱনত সেইজন হেম বৰুৱাৰে প্ৰকৃতি হ'ল সম্পূৰ্ণ বিপৰীত। কোনোৱে তেওঁৰ বিৰুদ্ধে কিবা কোৱা বা ষড়যন্ত্ৰ কৰা বুলি ক'লেও 'কওক দে' বুলি পাতলাই দিছিল, নাইবা কওঁতাজনৰ প্ৰতি ভাল ব্যৱহাৰহে প্ৰদৰ্শন কৰিছিল। তেওঁৰ সাহিত্যৰ কটু সমালোচনা কৰা ডেকা সাহিত্যিকসকলৰ প্ৰতিও কোনো ধৰণৰ বেয়া ভাৱ নেদেখুৱাইছিল।

নিজৰ কথা বৰকৈ কোৱাটো হেম বৰুৱাৰ জীৱনৰ এটা ডাঙৰ দুৰ্বলতা। নিজৰ কথা তেওঁ ঠিক কওঁ বুলি নকয়, কথা প্ৰসঙ্গতহে ওলাই পৰে। বিশেষকৈ সংসদৰ কথা আলোচনা প্ৰসঙ্গত সেই দুৰ্বলতা বেছিকৈ প্ৰকাশ পাইছিল। সেই কথাৰ বাবে তেওঁক সমালোচনা কৰা হৈছিল। তাৰ উত্তৰত হেম বৰুৱাই দাৰ্শনিক প্ৰবৰ নিট্‌ছেৰ উদ্ধৃতি দি কৈছিল, "নিজৰ কথা ক'বলৈ থকা সত্ত্বেও নিজনে নকয়, সেইজনতকৈ আৰু ডাঙৰ ভণ্ড পৃথিৱীত নাই।" সেই বুলি সকলো ক্ষেত্ৰতে হেম বৰুৱাৰ সেই যুক্তি মানি লব নোৱাৰি।

মানুহ হিচাপে হেম বৰুৱা ৰোমাণ্টিক। ৰসাল কথাৰে যি কোনো মানুহকে আকৰ্ষণ কৰিব পৰাটো তেওঁৰ চৰিত্ৰৰ এটা ডাঙৰ গুণ। বিদেশ ভ্ৰমণৰ সময়ত সেয়েহে ড্ৰাইভাৰ ইয়াকোভ (ইজৰাইল) দোভাষী লিলি (ৰঙা কৰবীৰ ফুল) প্ৰভৃতিক আকৰ্ষণ কৰিব পাৰিছিল।

হেম বৰুৱাৰ দুৰ্বলতা আছিল ইংৰাজী ভাষা সাহিত্যৰ প্ৰতি। ভাল সুৰলা ইংৰাজীক তেওঁ সমাদৰ কৰিছিল। বহু ঠাইত তেওঁ অসমীয়া ৰোমাণ্টিক কবিসকলৰ ওপৰত ইংৰাজ ৰোমাণ্টিক কবিসকলৰ প্ৰভাৱৰ কথা উল্লেখ কৰিছে। অৱশ্যে এই দুৰ্বলতা অকল হেম বৰুৱাৰে নহয়, ইংৰাজী প্ৰেমী বহুতো ভাৰতীয় সমালোচকৰে। একেষাৰতে আমাৰ ভাৰতীয় কবিক অসমীয়া শ্বেলী, বঙালী শ্বেলী, অসমীয়া ৱৰ্ডছৱৰ্থ, বঙালী বায়ৰণৰ আখ্যা দিয়াটো সমীচীন নহয়। দুই এটা কথাত মিল থাকিলেও

কৰি প্ৰকৃতি একে নহয়। জীৱনদৰ্শনো স্বকীয়া।

হেম বৰুৱা এজন সহজ সৰল অনাৰম্বৰ লোক। তেওঁ কেতিয়াও এম পি এম পি ভাবেৰে যহাই নুফুৰিছিল। সেইবাবে কেতিয়াবা তেওঁ অলপ আহুকালতো পৰিছিল। এবাৰ ৰেল গাড়ীৰ সহযাত্ৰী আছিল এটি অসমীয়া পৰিয়াল। পিচে একেবাৰে চাহাব। ল'ৰা-ছোৱালী ঘৈণীয়েকৰ লগত কথা পাতিছে ইংৰাজীত। খাওঁতে কাটা চামুচ সম্পৰ্কে এজাউৰি বক্তৃতাও দিছে। তেওঁলোকৰ লগতে বহি গৈছে এমোকোৰা তামোলেৰে সৈতে খদ্দৰ ধুতি পাঞ্জাবী পৰিহিত হেম বৰুৱা। মাজে মাজে গৃহস্থ জনে কেৰাহীকৈ এই জথলা মানুহজনলৈ চাই গৈছে। তাৰ পিছত ইংৰাজীতে দুটা মাতেৰে সুধিলে, 'What do you do for a living ?' ( আপুনি কি কৰি খায় ? )

হেম বৰুৱাই লাহেকৈ ক'লে, "পাৰ্লিয়ামেণ্টৰ সদস্য স্বৰূপে যি কেইটা পইছা পাওঁ তাৰে খাওঁ।" মানুহজন এইবাৰ থমকিল। পিছত কোনোবা এটা ষ্টেচনত নামি গৈ ডবাৰ বাহিৰত আঁৰি দিয়া যাত্ৰীৰ তালিকা খনত চকু ফুৰালে। ইয়াৰ পিছৰে পৰা অসমীয়াতে 'চাৰ চাৰ' বুলি কথা পাতিলে। হেম বৰুৱাৰ জীৱনত তিতা কেঁহা এনে ধৰণৰ অভিজ্ঞতা বহুতো।

এই গৰাকী বিৰাট ব্যক্তিত্বৰ অধিকাৰী জাগ্ৰত সিংহ স্বৰূপ, সদালাপী, বাগ্মী নেতাৰ শেষ জীৱন আছিল জ্বলি জ্বলি পুৰি যোৱা ধূপ কাঠিৰ দৰে।

হেম বৰুৱা প্ৰকৃততে ৰাজনীতিবিদ ( Politician ) নহয়। তেওঁ এজন সুবক্তা, ভাল সংসদী সদস্য ( good parliamentarian ) হে। সংসদী সদস্য হিছাপে হেম বৰুৱাৰ স্থান বহু জনৰে উৰ্দ্ধত। সংসদী সদস্য হিছাপে হেম বৰুৱাই লাভ কৰা আসনখন আজিও অপূৰণীয় হৈ আছে। কিন্তু ৰাজনীতিত সৎ মানুহৰ স্থান কম। সততাৰে ৰাজনীতি কৰি তিষ্ঠি থকা

ৰাজনীতিবিদৰ সংখ্যা বিৰল। হেম বৰুৱা আছিল এজন সৎ প্ৰকৃতিৰ ৰাজনীতিবিদ। এজন সাৰ্থক সংসদী সদস্য হৈও সেয়েহে অসময় ৰাজনৈতিক আকাশৰ পৰা খহি পৰিল। কিন্তু ৰাজনৈতিক সততাৰ বাবে সৰ্বসাধাৰণৰ হৃদয় ৰাজ্যত যিখন আসন লাভ কৰিলে সেইখন আসন বহুজন ৰাজনীতিবিদৰ বাবে সহজ লভ্য নহয়।

## সহধৰ্মিণী অনু বৰুৱা

অনু বৰুৱা হেম বৰুৱাৰ অকল সহধৰ্মিণীয়ে নহয়, সুখ দুখৰ সমভাগী আৰু সাহিত্য সৃষ্টিত লিপিকাৰ গণেশ। তেওঁলোকৰ ডেৰকুৰি বছৰীয়া দাম্পত্য জীৱনত অনু বৰুৱাৰ বাবে পোৱাতকৈ নোপোৱাৰ বেদনাই আছিল বেছি। এখন বেচৰকাৰী কলেজৰ অধ্যক্ষৰ গৃহিণী স্বৰূপে আৰম্ভ হয় তেওঁৰ দাম্পত্য জীৱন। এজন শিক্ষাবিদৰ সীমিত উপাৰ্জনেৰেও এখন ঘৰ কেনেকৈ আটোম টোকাৰিকৈ আৰু কলাসুলভ, ৰুচিসম্মত ভাৱে ৰাখিব পাৰি সেই কথা অনু বৰুৱাই ভালদৰে জানিছিল। চেনিকুঠিৰ সেই সৰু ঘৰখনত তেওঁৰ কলাসুলভ হাতৰ পৰশে ঘৰখন এজন সাহিত্যিকৰ ঘৰ, এজন গৱেষকৰ ঘৰ, এজন শিক্ষাবিদৰ ঘৰ সেই কথা সহজতে অনুভৱ কৰিব পৰা কৰি তুলিছিল। কিতাপৰ আলমাৰী কেইটাৰ বাহিৰে অত্যাধুনিক সা-সামগ্ৰী বুলিবলৈ একোৱে নাছিল। কিন্তু তাৰ মাজতে প্ৰকাশ পাইছিল শিল্পী সুলভ হাতৰ পৰশ।

হেম বৰুৱা মানুহজনৰ ভিতৰখনো শিল্পীসুলভ, কিন্তু বাহিৰৰ মানুহজন অথলা। খদ্দৰৰ বগা পাঞ্জাবীটো মাজে মাজে তামোলৰ পিকেৰে ফুলাম হৈ পৰে। তেওঁৰ এই অথলা স্বভাৱৰ বাবে অনু বৰুৱাই দুই চাৰিষাৰ কথা শুনোৱা নহয়।

তেওঁৰ তামোল খোৱা স্বভাৱটো প্ৰথমতে ইমান বেছি নাছিল। সকলোৱে খোৱাৰ নিচিনাকৈ দুই এখন খায়। প্ৰথম বাৰ আমেৰিকা ভ্ৰমণলৈ যোৱাৰ সময়ত তেওঁ তেনেদৰে তামোল নাখাইছিল। উভতি আহিবৰ দিনাখন অনু বৰুৱাই টুমন অঞ্জনক লৈ আগবঢ়াই আনিবলৈ গৈছিল। বৰঝাৰবৰপৰা মটৰেৰে আহোঁতে বাটত মটৰ ৰাখি 'বহুদিন তামোল খোৱা নাই' বুলি তামোল এখন কিনি খায়। তামোলৰ লগত অলপ অলপ চাধা খাবলৈ পৰামৰ্শ দিয়ে এজন সহকৰ্মী অধ্যাপকে। তামোল খোৱাটো বেছি হ'ল নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ পিছৰেপৰা। নিৰ্বাচনত গাঁৱে-ভূঞে ঘূৰি ফুৰিলে সকলোৱে তামোল এখন আগবঢ়াই দিয়ে। বেয়া পাব বুলি হাতপাতি লবলৈ বা খাবলৈ বাধ্য হয়। ফলত এখন মুখত থাকোঁতেই আৰু এখন ভৰাই দিয়ে।

পিছত বহুতেই তেওঁক তামোল এখন আগ বঢ়োৱাটো সম্মান জনক কাৰ্য বা সৌজন্যমূলক বুলি ধৰি লোৱা হ'ল। আলি-বাটেৰে গৈ থাকিলেও ছাত্ৰই হওঁক বা সহকৰ্মীয়ে হওঁক বা অনু-গামীয়ে হওঁক তামোলৰ দোকানৰ ওচৰ পালে তামোল এখন আগবঢ়াবই। ঘৰলৈ গলেটো এবটা তামোল আগবঢ়াবই। বহুজনে আকৌ সেই বটাৰ লগতে আৰু কিছু টোপোলা কৰি গাড়ীত ভৰাই দিয়ে। এবাৰ টংলাৰ এজন মানুহে সৰু বিস্কুটৰ টিন এটাত এটিন তামোল ডাক যোগে নতুন দিল্লীলৈ পঠিয়াই দিলে। ডাক খৰচেই পৰিল ১৫ টকা। পিছত অনু বৰুৱাই মানুহজনলৈ লিখিলে, এনেদৰে তামোল পঠিওৱাৰ কোনো অৰ্থ নাই।

নেফাৰ ডাইং ইৰিং কেন্দ্ৰীয় তেতিয়া উপমন্ত্ৰী। এবাৰ ঘৰলৈ আহিবৰ সময়ত হেম বৰুৱাক ক'লে, "ককাইদেউ উত্তৰ লক্ষীমপুৰ হৈ ঘৰলৈ যাম, কিবা খবৰ দিব লাগিব নেকি?"

"উত্তৰ লক্ষীমপুৰত বাইদেউৰ মাজু ককায়েক খগেন চাংকাকতি থাকে, মোলৈ অলপ তামোল পঠিয়াবলৈ ক'বা।"—কথাষাৰ হাঁহি

হাঁহি ক'লে।

ডাইং ইৰিং উত্তৰ লক্ষীমপুৰলৈ আহি চাংকাকতিক বিচাৰিলে। চাংকাকতিক বিচাৰি চৰকাৰী মানুহ ঘৰলৈ গ'ল। চাংকাকতিৰ চিন্তা হ'ল, মন্ত্ৰীয়ে কিয়বা বিচাৰিলে। চাৰ্কিট হাউচলৈ বিচাৰি আহিলে হয়, মন্ত্ৰী তেতিয়া চৰকাৰী কামত ব্যস্ত, ঘূৰি ফুৰিছে। ৰাতি দহমান বজাত যেনিবা লগ পালে। মন্ত্ৰীক দেখা কৰিলত কলে হেম বৰুৱাই তামোল বিচৰাৰ কথা। চাংকাকতিৰ পেটে পেটে খঙো উঠিল। স্লিপত লিখি দিয়া হলে একেবাৰে লগতেই আনিব পাৰিলেহেঁতেন। আচলতে হেম বৰুৱাই কথাযাৰ ধেমালি-কৈহে কৈছিল। ইৰিঙে কথাষাৰত গুৰুত্ব দিলে বেছিকৈ।

হেম বৰুৱাৰ স্বভাবটো অলপ বেপৰোৱা ধৰণৰ, আনৰ সুখ দুখলৈকো তেওঁ সিমান নাভাবে। আৰু বেছিকৈ নাভাবিছিল অনু বৰুৱাৰ সুখ দুখলৈ। সেয়েহে সকলো সময়তে আনকি জিৰণিৰ সময়কণতো 'অনু অনু' বুলি চিঞৰি থাকে।

পিছৰ জীৱনত অনু বৰুৱা তেওঁৰ এক প্ৰকাৰ পাৰ্চনেল এচিষ্টেণ্ট। সংসদী সদস্য থকা কালছোৱাত প্ৰয়োজনীয় পেপাৰ কাটিং, ফাইলিং আদিও কৰিছিল অনু বৰুৱাই। ১৯৬৮ খৃঃৰ পৰা তেওঁৰ হাত কঁপিবলৈ ধৰে। চিঠিপত্ৰও বহু সময়ত লিখি দিছিলে শ্ৰীমতী বৰুৱাই। ইয়াৰ উপৰিও মাজ নিশালৈকে শ্ৰুতলিপি লৈ তেওঁৰ 'বহাগতে পাতি যাওঁ বিয়া', 'এই গাওঁ এই গীত' প্ৰভৃতি ভালেমান ৰচনা লিখিছিল। কিবা এটা লিখি উঠি ছপোৱাৰ পিছত হেম বৰুৱা আৰু নিৰ্বিকাৰ। তেওঁৰ সকলো ৰচনাকে আটোম-টোকাৰিকৈ ৰখাৰ দায়িত্ব অনু বৰুৱাৰ।

হেম বৰুৱা অসুস্থ হোৱাৰ পৰা তেওঁৰ কাম আৰু বাঢ়িল। তেওঁক পৰিচৰ্যা কৰা, ধৰিমেলি বাহিৰলৈ অনা-নিয়া কৰা সকলোখিনিকে কৰিব লগা হ'ল অনু বৰুৱাই। শেষত তেওঁ নিজেও অসুস্থ হ'ল। স্বামী সেৱা কৰি নিজে ৰুগীয়া হলেও

তেওঁৰ কোনো খেদ নাই। ভগৱানৰ ওচৰত একমাত্ৰ প্ৰাৰ্থনা 'স্বামী যেন ৰোগমুক্ত হয়।' কিন্তু ভগবানে জানো তেওঁৰ প্ৰাৰ্থনা শুনিলে ?

অনু বৰুৱা নিজেও এগৰাকী বিশিষ্টা লিখিকা। ছাত্ৰী অৱস্থাত লিখা 'প্ৰিয়তমাৰ দান' নামৰ গল্প এটি তেওঁৰ প্ৰথম ৰচনা। ছাত্ৰাৱস্থাতে লিখা গল্প 'হিয়াৰ মিলন' হেম বৰুৱাৰ প্ৰথম ৰচনা।

অনু বৰুৱাৰ প্ৰথম প্ৰকাশিত পুথি 'পৃথিৱীৰ পুৰণি কথা।' পুথিখনি জৱাহৰলাল নেহৰুৰ 'Letters from a father to his daughter' গ্ৰন্থৰ অনুবাদ। তেতিয়া অনু বৰুৱা অনুৰূপা দেবী।

বিয়াৰ পিছত হেম বৰুৱাৰ পৰিয়ালৰ দ্বাৰা ৰচিত আৰু প্ৰকাশিত 'পাঁচ জন নেতা'ৰ অনু বৰুৱাও এগৰাকী লিখিকা।

'সাগৰ দেখিলোঁ' (১৯৬৮) আৰু 'সূৰ্য্যমুখী' (১৯৭১) তেওঁৰ দুখন ভ্ৰমণ কাহিনী। ৯৯ পৃষ্ঠাৰ 'সাগৰ দেখিলোঁ'ত লণ্ডন ভ্ৰমণৰ কথা মনোৰম ভাষাত বৰ্ণনা কৰিছে। ৬৫ পৃষ্ঠাৰ 'সূৰ্যমুখী' টাইৱান ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা গ্ৰন্থ।

অনু বৰুৱাৰ মনোৰম গ্ৰন্থ 'দিল্লীৰ ডুখৰীয়া ছবি' (১৯৬৬, পৃঃ ৯৯)। পুথি খনিৰ প্ৰথম লানি আলোচনাত মহা নগৰীৰ যোল প্ৰকাৰৰ সাধাৰণ মানুহৰ জীৱনৰ খবৰৰ সন্ধান দিব পাৰিছে অনু বৰুৱাই। ঠেলাগাড়ী, টাঙ্গা চালক প্ৰভৃতি এই শ্ৰেণীৰ মানুহ। ৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণণৰ সৈতে সাক্ষাৎ এটি মনোৰম ৰচনা। আন এটি মনোৰম ৰচনা লাল কিল্লাৰ 'চঁ এ লুমিয়েৰ'। ভালেমান জীৱন্ত ছবিয়ে পুথিখনি মনোৰম আৰু সুখপাঠ্য কৰি তুলিছে।

'অন্তৰা' (১৯৭০) ১১৪ পৃষ্ঠাৰ এখন উপন্যাস। 'আচিঘৰ' এটি গল্প সংকলন। 'জাপানী সাধু' (১৯৬৭, পৃঃ ৭৭) 'পখীৰ

দেশত অঞ্জুমণি (১৯৬৭, পৃঃ ৬১) 'প্ৰাচীন ভাৰতীয় সাধু', 'পোহৰ আৰু আনন্দৰ সাধু', 'বাপু' ১ম, ২য়, ৩য় প্ৰভৃতি তেওঁৰ শিশুৰ উপযোগীকৈ ৰচনা কৰা গ্ৰন্থ। জৰ্জ অৰয়েলৰ 'এনিমেল ফাৰ্ম', চিডমিৰ মিনভাৰদিচৰ 'প্ৰথম প্ৰেম' (১৯৬৭) বৈকম মহম্মদ, বৈকম মুহম্মদ বচীৰ,' পাতুম্মাৰ ছাগলীজনী আৰু সৰু কালৰ সখী', মী, প সৌমসুন্দৰমৰ 'কথা ভাৰতী তামিল কাহিনী' সমৰ গুহৰ 'উত্তৰাপথ' আৰু 'সৌৰঠ তোমাৰ বোৱতী পানী' তেওঁৰ আন আন অনুবাদ গ্ৰন্থ।

ৰাজনীতিৰ পাশা-খেলত লুটি-বাগৰ নিদিয়াৰ বাবে কৃতীত্ব অকল হেম বৰুৱাৰে নহয়, অনু বৰুৱাৰো। আমাৰ বহুতো ৰাজনৈতিক নেতাৰ জীৱনৰ অধঃপতন আৰু ক্ষমতাৰ লোভত ডলাৰ বগৰীৰ দৰে বাগৰি ফুৰাৰ মূলতে কামিনী কাঞ্চন। বহুতো ৰাজনৈতিক নেতাই এনেদৰে লুটি-বাগৰ মাৰিবলৈ বাধ্য হৈছিল পত্নীসকলৰ টানত। কাৰণ সৰহভাগ সহধৰ্মিণীয়ে বিচাৰে ক্ষমতা আৰু ঐশ্বৰ্যৰ অধিকাৰিণী হবলৈ। যশস্যাৰ অধিকাৰিণী হবলৈ বিচৰা সহধৰ্মিণী আঙুলিৰ মূৰত লেখিব পৰা বিধৰ। অনু বৰুৱা আছিল ইয়াৰ ব্যতিক্ৰম। তেওঁ আছিল মুষ্টিমেয়সকলৰ মাজত এগৰাকী। ক্ষমতাৰ লোভত ডলাৰ বগৰী বগৰাদি ৰাতিটোৰ ভিতৰতে দল সলাই ফুৰাতকৈ হেম বৰুৱা নিজৰ আদৰ্শত অচল-অটল হৈ থাকক—এয়ে আছিল অনু বৰুৱাৰ একান্ত বাঞ্ছা। তাৰ বাবে দাৰিদ্ৰতা বিপৰ্যয় মূৰ পাতি লবলৈ তেওঁ দ্বিধাবোধ কৰা নাছিল। সেইবাবে হেম বৰুৱা নিজৰ আদৰ্শত আছিল অচল অটল। এক কথাত ক'বলৈ হলে হেম বৰুৱাৰ দাম্পত্য জীৱনত সঁচাকৈয়ে হৰ-গৌৰী বসতি কৰিছিল।

মধ্যৱৰ্তী নিৰ্বাচনত পৰাজয় বৰণ কৰাৰ পিছৰেপৰা হেম বৰুৱাৰ শাৰীৰিক আৰু মানসিক ভাৱেখিনি পৰিৱৰ্তন পৰিলক্ষিত হয়। আমি পূৰ্বতে উল্লেখ কৰিছোঁ তেওঁৰ বিৰুদ্ধে হোৱা অপ-প্ৰচাৰৰ বাবে তেওঁ হৈ পৰিছিল মানসিক ভাৱে ক্ষুণ্ণ হতাশাগ্ৰস্থ আৰু উদাসীন। ইয়াৰ উপৰি আহিছিল আৰ্থিক চিন্তা। নানান ধৰণৰ চিন্তাৰ হেঁচাই তেওঁক ভাবুক কৰি তুলিছিল। পূৰ্বৰ বাকপটু, সদালাপী হেম বৰুৱাজন হৈ পৰিল চিন্তাগ্ৰস্থ, অল্প ভাষী। অৱশেষে পূৰ্বৰ পৰা ভুগি থকা বহুমুত্ৰই (ডাইবেটিছ) তেওঁক কিছু জুৰুলা কৰিছিল।

আসাম এক্সপ্ৰেছৰ সম্পাদনাৰ টেবুলত কিছু ব্যস্ত হৈছিল যদিও পূৰ্বৰ কৰ্মক্ষম হেম বৰুৱাজন আৰু নহয়। তেওঁ প্ৰেছলৈ গাড়ীৰে অহা-যোৱা কৰিছিল।

হেম বৰুৱা তেতিয়াও কথাছবিৰ পূৰ্বাঞ্চলৰ আঞ্চলিক পুৰস্কাৰ নিৰ্বাচন সমিতিৰ সদস্য। ১৯৭২ খৃঃ ত তেওঁ নিৰ্বাচন সমিতিত যোগদানৰ বাবে কলিকতালৈ যাব লগা হয়। সেইবাৰে 'অৰণ্য' কথাছবিখন আঞ্চলিক ছবি হিছাপে শ্ৰেষ্ঠ ছবি নিৰ্বাচিত হয়। সমিতিত যোগদান কৰি উভতি আহিবৰ সময়ত পুৱতি নিশা টেক্সিৰ পৰা নামিব খোজোতে ফুটপাথত পৰি যায় আৰু অলপ জখমো হয়। তেনে ভাৱেই আহি গুৱাহাটী পায়হি। তেতিয়াৰে পৰা তেওঁৰ অসুখ বেচি হৈ আহে। খোজ কাটল থৰক বৰক হৈ পৰে। বহু সময়ত সহায় নহলে খোজ কাঢ়িবলৈ শঙ্কা কৰা হয়। মাত কথা স্পষ্ট হৈ আছিল যদিও কথা খুব কম কয়।

১৯৭৩ খৃঃৰ মাজ ভাগৰ পৰা তেওঁৰ অসুখ ক্ৰমে বেচি, খোজ কাটল থৰক-বৰক, মাত-কথা কম আৰু অলপ অস্পষ্ট। কোনো

ধৰণৰ কামৎ প্ৰতিও তেওঁৰ আগ্ৰহ নাই। দূৰ ভ্ৰমণ, ব্যস্ততা, মানসিক সংঘাত যি কোনো পৰিৱেশতে হাতত কিতাপখন লৈ অধ্যয়নত নিমগ্ন হোৱা অধ্যয়নশীল লোকজনৰ অধ্যয়নৰ প্ৰতি উদাসীন ভাৱ।

যি কোনো বিষয়ৰ আলোচনা ওলালেই মুখৰ পৰা কাঢ়ি নি আলোচনাত আগ ভাগ লোৱা হেম বৰুৱাৰ ওচৰত কোনো সাম্প্ৰতিক বিশেষ বিষয়ৰ আলোচনাৰ পাতনি মেলিব বিচাৰিলেও হেম বৰুৱা নিস্পৃহ। এটা দুটা মন্তব্য দিয়াৰ বাহিৰে আৰু বিশেষ সঁহাৰি নাই।

গুৱাহাটীত নানান ধৰণৰ চিকিৎসা কৰি কোনো ধৰণৰ উন্নতি নোহোৱাত ১৯৭৩ খৃঃৰ ১৮ জুলাইত তেওঁক চিকিৎসাৰ বাবে নতুন দিল্লীলৈ নিয়া হ'ল। ২১ এপ্ৰিলত অল ইণ্ডিয়া ইনষ্টিটিউত অব মেডিকেল চায়েন্সত ভৰ্তি কৰা হ'ল। আৰু ইয়াত আঠ গৰাকী বিশেষজ্ঞই পৰীক্ষা কৰি চিকিৎসা কৰিলে। লাহে লাহে সুস্থ হৈ আগষ্ট মাহত হস্পিটেলৰ পৰা ওলাই আহিল। নতুন দিল্লীত কিছু দিন জিৰণি লৈ গুৱাহাটীলৈ উভতিল।

দেৱকান্ত বৰুৱা তেতিয়া কেন্দ্ৰীয় মন্ত্ৰী। তেৱেঁই হেম বৰুৱাক নতুন দিল্লীলৈ অনা-নিয়া আৰু চিকিৎসাৰ ব্যৱস্থা কৰিছিল। প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী, কেন্দ্ৰীয় মন্ত্ৰী ফখৰুদ্দিন আলি আহম্মদ প্ৰভৃতিয়ে তেওঁক হস্পিটেলত খা-খবৰ লৈ আছিল। দেৱকান্ত বৰুৱাই প্ৰায়ে হস্পিটেললৈ আহি খা-খবৰ লৈ থাকে। মাজে মাজে সদালাপী দেৱকান্ত বৰুৱাই নানান ৰং ৰহৈছৰ কথাৰে হস্পিটেলৰ নীৰৱ গহীন পৰিৱেশ ৰসাল কৰি তুলিছিল।

পূৰ্বতকৈ ভালেখিনি আৰোগ্য লাভ কৰি ২০ চেপ্টেম্বৰত গুৱাহাটী পালেহি। সিদিনাই তেওঁ বাথ ৰুমত পৰি পুনৰ অসুস্থ হ'ল। ক্ৰমে ক্ৰমে অসুখ বাঢ়ি আহিল। দেৱকান্ত বৰুৱা আৰু মেডিকেল ইনষ্টিটিউটলৈ এই খবৰ জনোৱা হ'ল। দেৱকান্ত

বৰুৱাই লগে লগে মাতি পঠিয়াই অহা-যোৱাৰ সকলো ব্যৱস্থা কৰি দিলে।

২ অক্টোবৰত দ্বিতীয়বাৰ নতুন দিল্লীলৈ যাত্ৰা কৰিলে। পিচ দিনাই হস্পিটেলত ভৰ্তি কৰিলে। প্ৰথমতে মূৰৰ ভিতৰত টিউমাৰ হোৱা বুলি সন্দেহ কৰিছিল। পিছত দেখা গ'ল সেই ঠাইত তেজহে জমা হৈছিল। ২৪ দিন হস্পিটেলত থাকি ওলাই আহি পুনৰ কিছুদিন নতুন দিল্লীতে বাস কৰিলে। ১৯৭৪ খৃঃৰ জানুৱাৰী মাহতহে গুৱাহাটীলৈ উভতিল।

এইবাৰ ডাক্তৰৰ পৰামৰ্শমতে আবেলি প্ৰায়ে অলপ খোজ কাঢ়ি ফুৰিছিল। তেওঁৰ সান্ধ্য ভ্ৰমণ ঘৰৰ চাৰিও কাষৰ আলি কেইটাতে সীমাবদ্ধ।

তেওঁৰ সেই ৰুগ্ন শৰীৰেৰে দুই এবাৰ ৰাজহুৱা অনুষ্ঠানলৈকো গৈছিল। এবাৰ নিয়া হৈছিল উজান বজাৰৰ বিহুতলীলৈ। হেম বৰুৱাৰ বাগ্মীতা সৰ্বজনবিদিত। হাজাৰ হাজাৰ দৰ্শকক বাক চাতুৰ্যৰে মন্ত্ৰমুগ্ধকৈ ৰাখিব পৰা জনপ্ৰিয় বক্তা হেম বৰুৱা। সেইজন হেম বৰুৱাক ৰঙ্গমঞ্চত দেখা গ'ল যেন এটি নিষ্প্ৰাণ শিলামূৰ্তিহে। চকুৰ আগত অগণন দৰ্শকক দেখি মনটোৱে কিবা ক'বলৈ বৰকৈ উপপিচ কৰিছিল। কিন্তু তেওঁৰ বাকদানৰ শক্তি যে কেতিয়াবাই হেৰাই গৈছিল। দৰ্শকে ভাবিব পৰা নাছিল বক্তৃতা মঞ্চৰ জনপ্ৰিয় বাগ্মীনেতা হেম বৰুৱাৰ মাত্ৰ তিনিকুৰি বছৰ বয়সতে এনেদৰে যে জীৱন্ত সমাধি হ'ব।

যিমানে দিন যাবলৈ ধৰিলে সিমানে তেওঁৰ অৱস্থা বেচি বেয়াহে হবলৈ ধৰিলে। সহায়-সাৰথি নহলে ঘৰৰ ভিতৰতে লৰচৰ কৰিব নোৱাৰে। তেওঁক আলপৈচান ধৰি ধৰি অনু বৰুৱা হৈ পৰিল ৰুগ্ন।

হেম বৰুৱাৰ মুখৰ কথাও ক্ৰমে হৈ পৰিল অস্পষ্ট। অনু বৰুৱা আৰু পুত্ৰ সদৃশ হাত ধৰা নৰেনৰ বাহিৰে কমেইহে

তেওঁৰ কথা বুজি পায়। মানুহ লগ পালেই কিবা ক'ব বিচাৰে। কিন্তু তেওঁৰ কথা বুজি নাপায়। কেৱল বেচি ভাগ সময় শুনা যায় এটি হো হো শব্দ।

সভাশুৱনি হেম বৰুৱাৰ শৰীৰো শুকাই-খিনাই হাড়ে-চালে লাগিল। তেওঁৰ স্বভাৱো হৈ পৰিল শিশুৰ দৰে। খোজকাঢ়ি বাহিৰত ফুৰিব নোৱাৰা হোৱাত ঘৰৰ ভিতৰত চকিত বহিয়ে কৰিব পৰাকৈ পেডেলিং কৰাৰ ব্যৱস্থা কৰি দিলে। কিন্তু পেডেলিং কৰিবলৈকো তেওঁ টান পায়। বিস্কুটৰ লোভত পেডেলিং কৰা নাইবা ভূতৰ ভয়ত হো হো কি চিঞৰা বন্ধ হোৱা আৰু ভূতৰ ভয়ত আঠুৱাৰ তলত নিতাল মৰা কাৰ্য হেম বৰুৱাই কৰা বুলি কলে কোনোবাই বিশ্বাস কৰিবনে? কিন্তু শেষ সময়ত হেম বৰুৱাৰ তেনে এটা অৱস্থাই হৈছিল।

সাহিত্য সংস্কৃতি, সংসদীয় ৰাজনীতিৰ নানান সজীৱ কাহিনী, বোলছবি ক্রিকেটৰপৰা বিশ্ব ৰাজনীতিলৈকে নানান ৰসাল সজীৱ আলোচনাৰে মুগ্ধ কৰি ৰখা আৰু উঠিব খুজিলেই আৰু পাঁচ মিনিট বহা বুলি শেষ নোহোৱা আৰু বহুতো পাঁচ মিনিট বহুৱাই শুনি ভাল লগা অলেখ কাহিনী ঘটনাৰ বৰ্ণনা দিয়া বচনে শুৱনি হেম বৰুৱাৰ কাষত ঘণ্টাৰ পিছত ঘণ্টা নীৰৱে বহি থাকিব লগাটো যে কি এক অসহ্য যন্ত্ৰণাৰ কথা!

সঘনে হেম বৰুৱাৰ ওচৰলৈ গৈ থকা বা সদায় দেখি থকা সকলৰ বাবে তিল তিলকৈ মৃত্যুৰ মুখলৈ অগ্রসৰ হোৱা, শুকাই-খীনাই যোৱা, অৱস্থাটো বিশেষ একো নতুন বা আচৰিত লগা নাছিল। কিন্তু বহুদিন নোযোৱাকৈ থাকি হঠাৎ এদিন গৈ দেখা সকলৰ কাৰণে হেম বৰুৱাৰ তেনে এটি অৱস্থা যেন পুৱতি নিশাৰ সপোন; বহুতে কাষৰপৰা উঠি আহি নিৰলে এটোপাল চকুলো টুকিছিল, বহুতে হুমুনিয়া এৰি মাথোন কৈছিল, 'Life is meaningless.' নিয়তিৰ কি যে এক নিৰ্মম পৰিহাস!

কগ্ন অৱস্থাত তেওঁৰ ঘৰতে গুৱাহাটী সাহিত্য সভাৰপৰা তেওঁক সম্বৰ্দ্ধনা জনোৱা হৈছিল, শিলপুখুৰীৰ নামঘৰৰ আই সকলে শিৰত নিৰ্মালি দি নাম গাইছিল। কবিতা দত্তই 'মোৰ দেশ'ৰ 'হেম বৰুৱা সংখ্যা' এটি প্ৰকাশ কৰি গুৱাহাটীৰ বিশিষ্ট সাহিত্যিক বেইগবাবীমানৰ সৈতে তেওঁৰ হাতত অৰ্পণ কৰিছিল।

গুৱাহাটী সাহিত্য সভাৰ সম্বৰ্দ্ধনা সভাত বাগ্মীবৰ নীলমণি ফুকনৰ যোগদান আৰু তেওঁৰ মৰ্মস্পৰ্শী বক্তৃতাই সভাৰ যিমান সৌষ্ঠৱ বঢ়াইছিল, হেম বৰুৱাই সম্বৰ্দ্ধনাৰ উত্তৰত কিবা ক'ব নোৱাৰা বাধ্যতাই বেছি কৰুণ কৰিহে তুলিছিল।

'মোৰ দেশ' সংকলনৰে সম্বৰ্দ্ধনা দিয়া দিনটো আছিল বৰ কৰুণ। এক কৰুণ আৰু গহীন পৰিবেশত বাকৰুদ্ধ স্থবিৰ হেম বৰুৱাৰ হাতত সংকলনটি অৰ্পণ কৰা কাৰ্য মৰ্মস্পৰ্শী আৰু গভীৰ বেদনা-দায়ক। মনটোৱে কিবা বহুত ক'ব খোজে, কিন্তু ক'ব নোৱাৰে। অন্তৰৰ প্ৰকাশ কৰিব নোৱাৰা অব্যক্ত বেদনা ৰাশি মাথোন প্ৰকাশ কৰিছিল দুটোপাল চকুলোৰে। সেই দুটোপাল চকুলোৱে সমবেত প্ৰতিজনৰে অন্তৰত তুলিছিল বেদনাৰ জোৱাৰ। জ্বলি জ্বলি শেষ হৈ যোৱা এগছি মমৰ দৰে আছিল তেওঁৰ শেষ জীৱন। এইজনা হেম বৰুৱাৰ সমুখত বহি চকু দুটি মুদি ভাবিবলৈ টান লাগে, এমসয়ত গুৱাহাটীৰ পদপথত দীঘল পাঞ্জাবী পিন্ধি চেণ্ডেল চোচোৰাই এমোকোৰা তামোলেৰে লগ পোৱা যি কোনো মানুহকে "কি খবৰ ভালে আছা" বুলি মাত লগাই মাজ নিশালৈকে ঘূৰি ফুৰা হেম বৰুৱা এইজনেই নে ?

মাজে মাজে অসুখ বেছি হয় আৰু ভাল হয়। এনেদৰেই জীৱন মৃত্যুৰ দোমোজাত অতিবাহিত হৈছিল হেম বৰুৱাৰ শেষ জীৱন। হাড়ে চালে লগা দেহ সজাৰ মাজত প্ৰাণটোৰ বাহিৰে জীৱন বুলি-বলৈ আৰু একোৱে নাছিল।

তেনে ভাবেই গৈ ডুমডুমাৰ ওচৰৰ দৈমুখীয়া চাহ বাগিছাত

অনুষ্ঠিত বৰপুত্ৰ টুমন বৰুৱাৰ বিয়াত যোগদান কৰিলে। মানখোৱা বাগিচাৰ মেনেজাৰ শ্ৰীউমাকান্ত শৰ্মাৰ কনিষ্ঠা কন্যা শ্ৰীমতী অনিমাৰ লগত টুমনৰ বিবাহ হয়। সাদৰী অনিমাক বোৱাৰী স্বৰূপে পাই মনতে লাভ কৰিছিল এক বুজাব নোৱাৰা আনন্দ। শেষ সময়ত অনিমাই বোৱাৰী স্বৰূপে কগ্ন এই মহান লোকজনক আলপৈচান ধৰিবলৈ অকণো কুণ্ঠাবোধ কৰা নাছিল। হাঁহি হাঁহি দ্বিধাহীন ভাৱে সকলো কামকে মাথোন নীৰৱে কৰি গৈছিল শ্ৰীমতী অনিমাই।

মৃত্যুৰ কেইদিনমান আগৰে পৰা অলপ অলপকৈ অসুখ ভুগি আছিল। মৃত্যুৰ আগদিনা থাই বৈ শুই আছিল। নিশা শুই থাকোতে ডিঙিত অলপ অলপ কষ্ট পোৱা যেন লাগিছিল। ডিঙিত হৰহৰণি শব্দ এটাও হৈছিল। ডিঙিটো মালিচ কৰি অলপ কাঁহৰ দৰৱ খুওৱাৰ পিছত শান্তিৰে শুব পাৰিলে।

পিছদিনা ৰাতিপুৱা সকলোতকৈ আগেয়ে সাৰ পালে হেম বৰুৱাই। সাৰ পাইছিল যদিও সিদিনা আছিল নীৰৱ নিস্তব্ধ। আনদিনা সাৰ পালে নিজে নিজেই বিচনাৰ পৰা উঠিব খোজে। সিদিনা কিন্তু তেনে কৰা নাছিল। উঠাই নি চকী এখনত বহুৱাই হাত মুখ ধুৱাই চাহপানী খুৱালে। কিন্তু সিদিনা আন দিনাতকৈ অলপ বেলেগ দেখা গ'ল।

অঞ্জন বেঙ্কলৈ যাবলৈ সাজু হ'ল। অলপ পিছত হেম বৰুৱাৰ শ্বাস লোৱাত কষ্ট পোৱা যেন অনুভব হ'ল। ডাক্তৰক মাতি পঠিয়ালে। ডাক্তৰ আহি পায় মানে গাটো ধুই গোঁসাই সেৱা কৰো বুলি অনু বৰুৱা বাথ ৰুমত সোমাল।

খবৰ পাইয়ে ডাক্তৰ আনন্দেশ্বৰ বৰঠাকুৰ লৰালৰিকৈ আহিল। আনদিনা ডাক্তৰ আহি দুই এষাৰ ধেমেলীয়া কথা পাতে। সিদিনা কিন্তু ডাক্তৰ সোমাই আহিয়ে তেওঁক দেখি থমকি ৰ'ল। ডাক্তৰে পৰীক্ষা কৰিলে, তেতিয়া তেওঁ চকু দুটা মুদি দিলে। এনেতে অঞ্জনে

'দেউতা' বুলি মাতিলে। অঞ্জনৰ মাতত চকু দুটা অলপ মেল খালে। সেই মেল খোৱা ভাগেই তেওঁৰ জীৱন শলিতা গছি নুমাই গ'ল। এটি তৰা খহি পৰিল। সিদিনা ১৯৭৭ খৃঃৰ ৯ এপ্ৰিল শনি- বাৰ ৰাতিপুৱা ৯-২০ মিনিট। বেচেৰা অঞ্জনে তেতিয়াও ধৰিব পৰা নাছিল দেউতাকৰ কি হৈছে। ডাক্তৰক সুধিলে, "দেউতাৰ কি হৈছে?"

"কি হৈছে তোমাক বেলেগে বুজাব লাগিব নেকি?"

"ঠিক সেইখিনি সময়তে অনু বৰুৱাই থাপনাত চাকি গছি অলাই সেৱা এটি কৰিছিল। আৰু সিপিনে ঠিক সেইখিনি সময়তে নুমাই গৈছিল হেম বৰুৱাৰ জীৱন শলিতা।

বনজুইৰ দৰে এই নিদাৰুণ বাতৰি নিমিষতে চহৰত বিয়পি পৰিল। শোৱনি কোঠাৰ পৰা হেম বৰুৱাৰ নশ্বৰ দেহ ড্ৰইং ৰুমলৈ ৰাইজৰ দৰ্শনাৰ্থে অনা হ'ল। চহৰৰ শ শ গুণমুগ্ধ লোকেৰে ঘৰ উপচি পৰিল। কোনোৱে চৰণ চুই উচুপিলে, কোনোৱে টুকিলে দুটোপাল চকুপানী আৰু কোনোৱে এৰিলে এটি দীঘল হুমুনিয়াহ। কিন্তু হেম বৰুৱাৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। অৰ্দ্ধ উন্মীলত চকুৰে দেশৰ সকলো সমস্যা, সকলো চিন্তাকে নীৰৱে আওকাণ কৰি টোপনিত লালকাল। ফুলৰ মাজত এখন স্নিগ্ধ নিৰ্মল মুখ। কেউ- কাষে ধূপ-ধূনাৰ সুগন্ধি পৰিৱেশ। শ্ৰীতীৰ্থনাথ শৰ্মাৰ গীতা পাঠে সেই পৰিৱেশ আৰু গহীন কৰি তুলিছিল। অসম সাহিত্য সভাৰ কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱনত অসম সাহিত্য সভাৰ পতাকা হৈছিল অৰ্দ্ধনমিত।

বৰপুত্ৰ টুমন বৰুৱা আছিল সুদূৰ ডুমডুমাৰ ওচৰৰ বাগিছাত। সিদিনা সন্ধিয়াহে আহি ঘৰ পালেহি।

পিছদিনা ১০ এপ্ৰিল দেওবাৰে ৰাতিপুৱা আৰম্ভ হ'ল শ্মশান যাত্ৰা। জীৱনৰ সুদীৰ্ঘ কালৰ কৰ্মভূমি বি বৰুৱা কলেজ, সন্দিকৈ কলেজ, শিক্ষা ভূমি কটন কলেজ, অসম সাহিত্য সভাৰ ভগৱতী

প্ৰসাদ বৰুৱা ভৱন, ৰাজনৈতিক কৰ্মক্ষেত্ৰৰ লীলা ভূমি ছ'চিয়েলিষ্ট পাৰ্টিৰ কাৰ্যালয়লৈ শেষবাৰৰ বাবে লৈ যোৱা হ'ল। শেষবাৰৰ বাবে ক্ষন্তেক জিৰণি ললে।

চলচলিয়া চকু আৰু আৰু মলিন মুখেৰে সমবেত হাজাৰ হাজাৰ জনতাই নবগ্ৰহ শ্মশানত শেষবাৰৰ বাবে চাই ললে এই সংগ্ৰামী বীৰজনাক। তুপৰীয়া বাৰ বজাৰ লগে লগে বেদ মন্ত্ৰৰ মাজেৰে চিতাত অগ্নি সংযোগ কৰিলে টুমন আৰু অঞ্জন পুত্ৰদ্বয়ে। চাওঁতে চাওঁতে এজনা জাগ্ৰত প্ৰহৰীৰ মানবী দেহা ভস্মীভূত হ'ল। এটা যুগৰ পতন হ'ল।

'কৰ্মময় জীৱনৰ কৰ্ম কৰি সমাপন
সাদৰে আদৰি লই বিধিৰ বিধান;
মাটিৰ মানুহ তুমি মাটিত মিহলি হ'লা
মৰতত ৰাখি গ'লা অমৰাৰ দান।'

# শোক বাৰ্তা ⋮ ১২

হেম বৰুৱাৰ মৃত্যুত যোৱা ১৯৭৭ চনৰ ১১ জুনৰ দিনাখন লোকসভাত অধ্যক্ষই সংসদী সদস্য হিচাপে তেওঁৰ কাৰ্যাৱলী সুঁৱৰি এটি শোক প্ৰস্তাৱ গ্ৰহণ কৰিছিল :

··Starting his career as a Lecturer in English Literature he very soon entered active politics and joined the 1942 Quit India Movement. A seasoned Parliamentarian he took keen interest in the proceedings of the House and his views were heard with great respect. The issues that interested him most were foreign affairs and economic development. Besides this, he was an eminent author, journalist and an educationist. A prolific writer, he wrote a large number of books on varied topics in English, Assamese and Hindi Languages. He was associated with several educational institutions and served as Member of the Courts of Banaras and Gauhati Universities. He was a member of some of the Parliamentary delegations sent abroad during his membership of Lok Sabha.

This meeting of the Gauhati University Court places on record its deep sense of sorrow and loss at the sad demise of Shri Hem Barua, eminent literateur, Parliamentarian and educationist and ex-member of the Gauhati University Court and ex-President, Asam Sahitya Sabha.

Gauhati University
30. 7. 77

Deeply grieved to learn of the demise of Hem Barua. In his death country lost an eminent literateur, Journalist and Socialist leader.

Jayprakash Narayan.

Deeply grieved Hem's untimely passing away.

H. V. Kamath.

India has lost a distinguished writer, educationist, parliamentarian and noble crusading spirit.

Umashankar Joshi

Hem's name would always beloved and served by the democrats all over the world for many many years to come.

Waryam Singh

Extremely shocked, may great soul rest peacefully.

Nilmani Phukan

Deeply grieved at the sad demise of Sree Hem Barua. In him Assam has lost a great son and we a very good friend and colleague.

Mahendra Mohan Chaudhury

So Hem has departed for good. What a vacuum it will be for you, although this vacuum will be there to some extent for all of us who has cherished his comradeship and friendship.

Prem Bhasin

Although sometimes our political views slightly differed, yet we continued to be a good friends .....He was a man of very genial disposition and that is the reason why he could make so many friends.

S. K. Patil

I was particularly impressed by his deep respect of human values and his dedication to the interests of the poor and the underprivileged.

L. P. Singh

Passing away of Hem Barua removes from our midst but not from our mind, a leader of eminence and an orator of worth.

K. Chandrasekharan

...His loss has deprived Assam one of great sons and me a life long friend.

Devakanta Barua

Shocked my condolenced to you, Tuman and Anjan.

S. N. Dwivedy

A friend and eminent patriot left us so untimely.

Samar Guha

In his death, I have lost a very intimate friend.

Shraddhakar Supakar

··ৰাজনীতিৰ ক্ষেত্ৰত বৰুৱাদেৱ চৰিত্ৰৱন্ত ব্যক্তি আছিল। আধুনিক অসমীয়া কবি সম্প্ৰদায়ৰ তেখেত আগৰণুৱা। তেখেতৰ সেৱাৰ ফল স্থায়ী আৰু অমূল্য।

যজ্ঞেশ্বৰ শৰ্মা

আপনার শরীরের অবস্থা দেখে এসেছিলাম। একটু সাবধানে থাকবেন। পখির ডানা ছেড়া অবস্থাতো···আমরা খুব দুখ পেয়েছি আপনার এই চরম শোকে।

সুজাতা প্রিয়ংবদা

স্বৰূপাৰ্থত হেম বৰুৱাৰ মৃত্যু হোৱা নাই। মৃত্যুৱে তেওঁক অমৰত্ব দান কৰিলে। এটা পৰাজয়ে তেওঁক চিৰবিজয়ী কৰিলে।

অতুল চন্দ্ৰ হাজৰিকা

ৰাজনীতি, সাহিত্য আৰু কলা সংস্কৃতিৰ দিশত বৰুৱাই যি অৱদান দি গ'ল, সেয়েই তেওঁক চিৰস্মৰণীয় কৰি ৰাখিব। হেম বৰুৱাৰ বিয়োগ অকল আপোনালোকৰ কাৰণেই নহয়, সমগ্ৰ দেশবাসীৰ কাৰণে এক অপূৰণীয় ক্ষতি।

ত্ৰৈলোক্য নাথ গোস্বামী

জীৱনৰ বিশাল প্ৰতিভাৰে, নিজৰ নীৰৱ নিঃস্বাৰ্থ সেৱাৰে গোটেই জীৱন যশস্যা সৌৰভ বিলাই মানবীয় জীৱন শেষ কৰি স্বৰ্গৰ দেবদূত স্বৰ্গ লৈ গুচি গ'ল। পবিত্ৰ মুক্ত জীৱনে নিশ্চয় শান্তি ধামত চিৰ শান্তি লাভ কৰিব। দেশলৈ জন্মভূমিলৈ থৈ গ'ল গৰৱী আদৰ্শ।·· হেমৰ অসমাপ্ত কৰ্মবোৰ কৰি যাবলৈ পৰমেশ্বৰে তোমাক শক্তি আৰু সান্ত্বনা দিয়ক।

নলিনী বালা দেৱী

দেশে যাৰ কাৰণে চকুলো টুকিছে, সেই চকুলোৱেই তোমাৰ চকুপানী মোচক···তোমাৰ সেৱাই ইতিহাস ৰচনা কৰিছে, সেৱাৰ সেই সৌন্দৰ্যখিনি কালে হৰণ কৰিব নোৱাৰে।···

পুষ্পলতা দাস

···যি কম সংখ্যক লোকে নিজৰ আদৰ্শ আৰু বিশ্বাসত অটল হৈ ৰৈ গৈছে আৰু তাৰ দ্বাৰা সৎ অনুগামীসকলকো আশান্বিত কৰিছে, সেই সকলৰ ভিতৰতো হেম বৰুৱাৰ নাম আগশাৰীত। আদৰ্শ আৰু বাস্তৱক তেওঁ একাকাৰ কৰি লৈছিল।

দৈনিক অসম

ত্যাগ, একনিষ্ঠতা আৰু দেশ প্ৰাণতা শ্ৰীবৰুৱাৰ জীৱনৰ প্ৰধান আলম আছিল। ৰাজনীতি কৰিছিল যদিও শুদ্ধ আৰু সৎ ৰাজনীতিৰে তেওঁ তাৰ পৰিসীমাত নিজক আবদ্ধ নেৰাখিছিল বাবেই তেওঁৰ জীৱন আৰু কাৰ্যৰ অন্ত নহ'ল।

নতুন অসমীয়া

প্রখ্যাত সাহিত্যিক, সাংবাদিক এবং দক্ষ পার্লিয়ামেন্টারিয়ান হেম বরুয়া আজ সকালে এখানে পরলোক গমন করেছেন।...শত শত মানুষ আজ প্রয়াত হেম বরুয়ার প্রতি শেষ শ্রদ্ধা জানাতে তার বাসভবনে যান।

আনন্দ বাজার পত্রিকা

লোক সভার প্রাক্তন সদস্য, বিশিষ্ট সাহিত্যিক সমালোচক ও বাগ্মী অধ্যাপক হেম বরুয়া আজ এখানে পরলোক গমন করেন।

যুগান্তর

সুদক্ষ পার্লিয়ামেন্টারিয়ান, বিশিষ্ট সাহিত্যিক ও সাংবাদিক হেম বরুয়া দীর্ঘ রোগে ভোগার পর আজ সকালে এখানে মারা গেছেন।

...শত শত লোক তার বাসভবনে গিয়ে তার প্রতি শ্রদ্ধা নিবেদন করেন।

দৈনিক বসুমতী

Barua's many sided contributions to the public life are now a thing of history. Sober estimate of these contributions tells us that his role in the making of modern Assam was significant.

The Assam Tribune

Mr Hem Barua, after parliamentarian, eminent literateur and journalist died here this morning after a protracted illness, ...He made his mark as an able parliamentarian.

The Times of India

Mr. Hem Barua a litarateur and former M. P. died here this morning after a long illness.

The Statesman

Death occured here to day of Prof. Hem Barua, a former member of Lok Sabha, a leading writer and critic and a distinguished orator.

The Amrit Bazar Patrika

# গ্ৰন্থপঞ্জী

সদৰামীনৰ আত্মজীৱনী—হৰকান্ত শৰ্মা, মজুমদাৰ বৰুৱা। সম্পাদক—কুমুদ চন্দ্ৰ বৰুৱা, ১৯৬০।

অম্বু বৰুৱা—দিল্লীৰ ডুখৰীয়া ছবি (১৯৬৬), সাগৰ দেখিলোঁ (১৯৬৮), সূৰ্য্যমুখী (১৯৭১)

ললিত চন্দ্ৰ বৰা, সম্পাদক—শহীদ কুশল কোঁৱৰ, ১৯৭৭

কবিতা দত্ত, সম্পাদক—মোৰ দেশ

পৱনাথশৰ্মা—হেম বৰুৱা চাৰ: এটি শ্ৰদ্ধাঞ্জলি

ত্ৰৈলোক্য নাথ শৰ্মা—হেম বৰুৱা যোৰহাট কঠিয়াতলীত, ১৯৭৭

অসম সাহিত্য সভা বাৰ্ষিকী, নলবাৰী

অসম সাহিত্য সভা বাৰ্ষিকী, তেজপুৰ

অসম সাহিত্য সভা বাৰ্ষিকী, বৰপেটা

অসম সাহিত্য সভা বাৰ্ষিকী, ধুবুৰী

The Cottonian—Vol XI, 1933
The Cotton College Magazine Vol X, 1933

---

বিঃ দ্ৰঃ—৭১ পৃষ্ঠাৰ ১২শ শাৰীত 'উত্তৰ গুৱাহাটী'ৰ ঠাইত 'উত্তৰ লক্ষীমপুৰ' হব লাগে, ১১২ পৃষ্ঠাৰ ১৮শ শাৰীত 'গোল পাৰ্ক'ৰ ঠাইত 'গোল মাৰ্কেট' হব লাগে।